# দিখৌপৰীয়া বীণ বৰাগী





অসম সাহিত্য সভা

# দিখৌপৰীয়া বীণ ব'ৰাগী

দীপালী ভট্টাচাৰ্য্য বৰুৱা



অসম সাহিত্য সভা

DIKHUO PARIA BIN BORAGI

Written by Dipali Bhattacharjya Baruah, Published by Dr Ramcharan Thakuria, General Secretary, Asam Sahitya Sabha. Printed by Abahani Pratisthan Maligaon, Guwahati—11

Price : Rupees 35·00 only



প্ৰকাশক ● ড° ৰামচৰণ ঠাকুৰীয়া ● প্ৰধান সম্পাদক ● অসম সাহিত্য সভা ● চন্দ্ৰকান্ত সন্দিকৈ ভৱন ● যোৰহাট-১ ●

● প্ৰথম প্ৰকাশ ● জানুৱাৰী ১৯৯৩ ●

● প্ৰচ্ছদ ● ধনঞ্জয় শৰ্মা ●

ছপাশাল ● আৱাহনী প্ৰতিষ্ঠান ● মালিগাওঁ ● গুৱাহাটী—১১ ●

মূল্য : ৩৫·০০ টকা



## প্ৰধান সম্পাদকৰ একাষাৰ

বনফুলৰ কবি যতীন্দ্ৰনাথ দুৱৰা অসমীয়া কাব্য জগতৰ এটি সুপৰিচিত নাম। উনবিংশ শতিকাৰ আমাৰ সাহিত্যত আত্মপ্ৰকাশ ঘটা ৰোমান্টিক কবিতাৰ আৰু ভাৱধাৰা কোমলতাই দুৱৰাৰ হাততে মধুৰতম ৰূপ লাভ কৰে। 'বনফুল'ৰ উপৰিও তেওঁ ৰচনা কৰা 'আপোন সুৰ' আৰু ৰুচদেশৰ কবি আইভান টুৰ্গেনিভৰ আদৰ্শত ৰচা 'কথা কবিতা' অসমীয়া সাহিত্যৰ 'নোহোৱা নোপোজা বস্তু'। চুফী কবি ওমৰ খয়ামৰ অমৰ কাব্যৰ অসমীয়া অনুবাদ 'ওমৰ তীৰ্থ' আমাৰ ভাষা-সাহিত্যলৈ দুৱৰাৰ অনবদ্য দান।

অসমীয়া সাহিত্যৰ এজনা অবিস্মৰণীয় পুৰুষৰ এই বছৰ জনম লভাৰ একশ বছৰ পূৰ হল। তেওঁৰ জন্ম শতবাৰ্ষিকী উছৱ বিভিন্ন শাখা সভা আৰু জিলা সভা সমূহৰ যোগে পালন কৰাৰ উপৰিও এইবছৰত অসম সাহিত্য সভাৰ তৰফৰ পৰা শিৱসাগৰত কেন্দ্ৰীয়ভাৱে উদ্‌যাপন কৰা হয় আৰু সেই উছৱৰ সংগ হিচাপে তেওঁৰ ব্যক্তিত্ব আৰু প্ৰতিভাৰ বিভিন্ন দিশ সামৰি জীৱনী গ্ৰন্থ এখনি প্ৰকাশৰ আঁচনি লোৱা হয়। পুথিখনিৰ প্ৰণয়নৰ দায়িত্ব অৰ্পন কৰা হয় শ্ৰীদীপালী ভট্টাচাৰ্য বৰুৱাৰ ওপৰত। শ্ৰীভট্টাচাৰ্য বৰুৱাই সভাৰ অনুৰোধ ৰক্ষা কৰি এই 'দিখৌপৰীয়া বীণ বৰাগী' খনি ৰচনা কৰি দিয়াৰ বাবে সভাৰ হৈ এটি শলাগ যাচিছোঁ।

পুথিখনি পুনৰীক্ষণ কৰি দিছে প্ৰথিতযশা কবি, সমালোচক শ্ৰীনলিনীধৰ ভট্টাচাৰ্যই আৰু বেটুপাতটো আঁকি দিছে শিল্পী শ্ৰীধনঞ্জয় শৰ্মাই। দুয়োজনালৈ আমাৰ আন্তৰিক শলাগ যাচিছোঁ। অতি কম সময়ৰ ভিতৰত পুথিখনি ছপা কৰি দি 'আৱাহনী প্ৰতিষ্ঠান'ৰ স্বত্বাধিকাৰী প্ৰমুখ্যে কৰ্মীসকলো আমাৰ শলাগৰ পাত্ৰ হৈছে। এইখনি প্ৰকাশৰ ক্ষেত্ৰত আমাক নানা কামত সহায় কৰাৰ বাবে সভাৰ গুৱাহাটী কাৰ্যালয়ৰ সহকাৰী সম্পাদক শ্ৰীবিমল কুমাৰ ভূঞা, কাৰ্যনিৰ্বাহক

সমিতিৰ সদস্য শ্ৰীখগেন্দ্ৰ নাথ তালুকদাৰ আৰু সভাৰ নিষ্ঠাৱান কৰ্মী শ্ৰীদীপক কাকতিলৈও আন্তৰিক ধন্যবাদ জ্ঞাপন কৰিছোঁ। পুথিখনি পাঠকসকলৰ সমাদৰ পোৱা বুলি জানিব পাৰিলে আমাৰ আঁচনি সফল হোৱা বুলি ভাবিম।

৩০ ডিচেম্বৰ ১৯৯২
চন্দ্ৰকান্ত সন্দিকৈ ভৱন
যোৰহাট—১

ড° ৰামচৰণ ঠাকুৰীয়া
প্ৰধান সম্পাদক
অসম সাহিত্য সভা

## লিখিকাৰ এষাৰ

অসমীয়া ভাষাত জীৱনী সাহিত্যৰ সংখ্যা সৰহ নহয়। এই সম্পৰ্কে আমাৰ জ্ঞানৰ পৰিসৰো নিচেই সীমাবদ্ধ। অসম সাহিত্য সভাই ৺যতীন্দ্ৰ নাথ দুৱৰাৰ ব্যক্তিত্বৰ সকলো দিশ সামৰি এখনি জীৱনী প্ৰস্তুত কৰিবৰ বাবে আমাৰ ওপৰত দায়িত্ব অৰ্পন কৰিছিল। কিন্তু প্ৰত্যাহিক জীৱনৰ এশ একুৰি জঞ্জাল একাষে থৈ সৃষ্টিশীল মনটোক উমনি দিবলৈ যাওঁতে নাৰীয়ে নিজৰ সৈতে এক গভীৰ সংগ্ৰামৰ মুখামুখি হয়। ইয়াৰোপৰি আছে জীৱনী লিখিবলৈ দিয়া ব্যক্তিজনৰ কাব্যিক ৰহস্যময়তা। গতিকে এইখিনিৰ মাজত কিমানদূৰ নিজৰ কাৰ্য্যত সফল হব পাৰিছে সেইকথা বিচাৰ কৰিব সময় আৰু পাঠকে। তথাপি এই মহৎ কাৰ্য্যটি কৰিবলৈ সুযোগ দিয়াৰ বাবে মোৰ পৰম শ্ৰদ্ধাভাজন শিক্ষাগুৰু তথা অসম সাহিত্য সভাৰ প্ৰধান সম্পাদক ড° ৰামচৰণ ঠাকুৰীয়াদেৱ আৰু "৺যতীন্দ্ৰ নাথ দুৱৰা জন্ম শতবাৰ্ষিকী উদ্‌যাপন সমিতি"ৰ কৰ্মকৰ্তাবৃন্দলৈ আন্তৰিক কৃতজ্ঞতা জনাইছোঁ।

"দিখৌপৰীয়া বীণ বৰাগী : দুৱৰা" এই জীৱনীখনিৰ নামকৰণ কৰি ইয়াত থকা ভুল ত্ৰুটিসমূহ শুধৰাবৰ বাবে আঙুলিয়াই দি কৃতাৰ্থ কৰিলে মোৰ ডাঙৰ মামা সু-সাহিত্যিক তথা প্ৰসিদ্ধ সমালোচক শ্ৰীযুত নলিনীধৰ ভট্টাচাৰ্য্যই। তেখেতলৈ শ্ৰদ্ধা নিবেদিছোঁ।

পুথিখন প্ৰস্তুত কৰিবলৈ যাওঁতে দুৱৰাৰ জীৱনৰ সমল বিচাৰি বিভিন্ন ঠাইৰ বিভিন্ন ব্যক্তিৰ সৈতে যোগাযোগ কৰিছিলোঁ। অসম সাহিত্য সভাৰ প্ৰাক্তন সম্পাদক শ্ৰীযুত নাহেন্দ্ৰ পাদুনদেৱে জীৱনী ৰচনা সম্পৰ্কে এটি পৰিস্কাৰ ছবি দাঙি ধৰিলে। ৺যতীন্দ্ৰনাথ দুৱৰাৰ সুযোগ্য ভতিজা শ্ৰীযুত বসন্তলাল দুৱৰাদেৱেও দুৱৰা সম্পৰ্কে অনেক কথা আৰু তথ্যৰ যোগান ধৰিলে। অধিকন্তু, তথা পুৰণি পুথি-পাঁজি শ্ৰদ্ধাৰে সংৰক্ষণ কৰোতা শ্ৰীযুত প্ৰফুল্ল বেজবৰুৱাই "বাঁহী"ৰ পৰা কিছুমান আপুৰুগীয়া প্ৰবন্ধ আৰু কবিতা দি সহায় কৰিলে। বিভিন্ন ক্ষেত্ৰত দুৱৰাৰ জীৱনৰ সমলৰ কথা কৈ দিহা-পৰামৰ্শ দিয়াৰ বাবে কানৈ কলেজৰ প্ৰাক্তন অধ্যাপক নিৰ্মল বসু, অধ্যাপক সুনীল কুমাৰ বৰঠাকুৰ, শিৱসাগৰ কলেজৰ দৰ্শন বিভাগৰ মুৰব্বী অধ্যাপিকা মণিকা শইকীয়া, অনাতাঁৰ অভিনেত্ৰী কৃষ্ণা

বৰুৱা আৰু চিকিৎসক তাৰক চুৰবা প্ৰমুখ্যে ব্যক্তিসকললৈ আন্তৰিক ধন্যবাদ জনাইছোঁ।

চুৰবাৰ জীৱনীখনৰ বেটুপাতৰ বাবে পোহৰ ছৱিখন যিজনা ব্যক্তিৰ পৰা লাভ কৰিলো, সেয়া হল অসম সাহিত্য সভাৰ প্ৰাক্তন সম্পাদক শ্ৰীযুত প্ৰফুল্ল চন্দ্ৰ ভট্টাচাৰ্য্যদেৱ তেখেতৰ মহানুভৱতাৰ শলাগ ললোঁ।

চুৰবাৰ সঙ্গীত আৰু ৰাগসম্পৰ্কীয় দিশটো অন্ধকাৰতেই পৰি থাকিলহেতেঁন, যদিহে মই অসমৰ সঙ্গীতৰ ওজাস্বৰূপ বীৰেন্দ্ৰনাথ ফুকনদেৱৰ ওচৰত সেই কথাৰ অঁাত বিচাৰি নগ'লোহেতেঁন। নিতান্তই দুবোধ্য যেন লগা কথাখিনি তেখেতে ইমান নিৰহ নিপানীকৈ বুজাই দিলে যে পুনৰ একো প্ৰশ্নৰ অৱকাশ নাছিল। এইজনা ব্যক্তিলৈকো শ্ৰদ্ধাৰ অৰ্ঘ্য আগবঢ়ালোঁ।

চুৰবাৰ সম্পৰ্কে সমল বিচাৰি ডিব্ৰুগড়লৈ যাওঁতে মোৰে সৈতে সমানে দেহে-প্ৰাণে খাটি দিছিল বন্ধুসম দেওৰ দ্বিপেন কাকতিয়ে। পুথিখনৰ দুই এঠাইত ইংৰাজী কবিতাৰ স্তবকৰ অনুবাদ কাৰ্য্যত সহায় কৰি দিছিল সৰু মামা শ্ৰীযুত কামাখ্যা ভট্টাচাৰ্য্যই। মোৰ অনেক কথাৰ সমভাগী ভাই তথা উদীয়মান কবি ৰাজীৱ ভট্টাচাৰ্য্য আৰু স্বামী দীপ্তিমন্ত বৰুৱা এই আটাইখিনিলৈকে কৃতজ্ঞতা আৰু শুভকামনা জনালোঁ।

**দীপালী ভট্টাচাৰ্য্য বৰুৱা**

## সূচী

## যতীন্দ্ৰনাথ দুৱৰাৰ বংশ পৰিয়াল আৰু শৈশৱ

অসমীয়া সাহিত্য-সংস্কৃতি জগতৰ তাৰকা স্বৰূপ যতীন্দ্ৰনাথ দুৱৰাই ১৮৯২ চনত শিৱসাগৰত জন্ম গ্ৰহণ কৰে। প্ৰাচীন নাম জলা দুৱৰা কাকতী বংশৰ ৺শ্যামসুন্দৰ দুৱৰা তেওঁৰ পিতৃ আৰু মাকৰ নাম পূণ্যদা। দুৱৰা কাকতী বংশাৱলীত এই কথা উল্লেখ আছে যে ছুহুংমুং বা স্বৰ্গনাৰায়ণ ৰজাৰ দিনত (১৪৯৭-১৫৩৯) গৌড়ৰ সেনাপতি তুৰ্ব্বকে অসমদেশ আক্ৰমণ কৰিবলৈ আহি যুদ্ধত পৰাজিত হৈ নিহত হয়। তেওঁলোকৰ সেনাবাহিনীত গৌৰধ্বজ সিংহ নামৰ এজন অতি সাহসী কৰ্মচাৰীও আহিছিল। তেওঁৰ বিচক্ষণতাৰ পৰিচয় পাই আহোম ৰজাই তেওঁক এজন সীমান্তবৰ্তী বিষয়াস্বৰূপে পদমৰ্যাদা দি 'দুৱৰা' উপাধি প্ৰদান কৰে। এইজনা গৌৰধ্বজ সিংহই আছিল দুৱৰা কাকতী বংশৰ আদি পুৰুষ। অসমৰ ইতিহাসত প্ৰবীণ ৰাজনীতিজ্ঞ ৰূপে বিশেষ স্থান পাওঁতা শ্বহীদ মণিৰাম বৰভাণ্ডৰ বৰুৱাইও এই বংশতে জন্ম গ্ৰহণ কৰিছিল।

যতীন্দ্ৰনাথ দুৱৰাৰ শৈশৱ কালচোৱা আছিল অতি মধুৰ। পৰিয়ালৰ সকলোতকৈ নুমলীয়া সন্তান হিচাবে তেওঁ আছিল সকলোৰে আদৰ আৰু আনন্দ-উলাহৰ কেন্দ্ৰবিন্দু। কেকোৰাচুলীয়া, লাজকুৰীয়া আৰু অতিশয় সৌন্দৰ্য্য সচেতন দুৱৰাই স্বাভাৱিকতেই অতি সহজে মানুহক আকৰ্ষণ কৰিব পাৰিছিল। সেয়েহে সকলোৱে মৰমেতে মতা 'বাপু' মাতষাৰ মৃত্যুৰ সময়লৈকে থাকি গৈছিল। চেনেহৰ ভতিজাকহঁতৰ তেওঁৰ প্ৰতি সম্বোধন আছিল 'বাপুজ'।

যতীন্দ্ৰনাথ দুৱৰাৰ দৈহিক গঠন আছিল অতি সুন্দৰ আৰু শৰীৰটো কপাহৰ দৰে আলসুৱা। কঠিন মাত কথা আৰু কঠিন

কাৰ্য্য এই দুয়োটাৰে পৰা তেওঁ সদায় আঁতৰত আছিল। তথাপি একান্ত আত্মীয় পৰিয়ালবৰ্গৰ মৰমৰ ডেউকাৰ আঁৰত থাকিলেও দুৱৰা আছিল সদায়েই নিৰ্জ্জনতাপ্ৰিয়। সৰুৰে পৰা তেওঁ অকলশৰীয়াকৈ ফুৰিবলৈ ভাল পাইছিল। শিৱসাগৰ নগৰৰ দক্ষিণ সীমাইদি বৈ যোৱা দিখৌ নৈখনিৰ পাৰতে দুৱৰা পৰিয়ালৰ ঘৰ। দিখৌ নৈৰ শান্ত, অবিশ্ৰান্ত কলধ্বনি আৰু চৌপাশৰ হাবিতলীয়া পৰিবেশ, এই দুয়োটাই তেওঁৰ কবিপ্ৰাণ ঠন ধৰি উঠাত সহায় কৰিছিল। উল্লেখযোগ্য কথা যে দুৱৰাৰ ঘৰৰ পৰা প্ৰায় এশমিটাৰ মাথোন দূৰত সাহিত্যৰথী লক্ষ্মীনাথ বেজবৰুৱাৰ ঘৰ। গতিকে দুয়োজনা ব্যক্তিয়ে প্ৰায় একেধৰণৰ পৰিবেশতে ডাঙৰ-দীঘল হৈছিল বুলি ক'ব পৰা যায়।

পৃথিবীৰ বহুতো প্ৰতিভাবান মহান ব্যক্তিৰ জীৱনৰ উন্নতিৰ অন্তৰালত লুকাই থাকে তেওঁলোকৰ জনমদায়িনী মাতৃৰ প্ৰেৰণা। যতীন্দ্ৰনাথ দুৱৰাৰ জীৱনো এইক্ষেত্ৰত ব্যতিক্ৰম নহয়। তেওঁৰ মাতৃ আছিল অতি সৰল আৰু মৰমীয়াল। পুৰণি সম্ভ্ৰান্ত পৰিয়ালৰ নিয়ম অনুযায়ী তেওঁ মাকক 'আইদেউতা' বুলি সম্বোধন কৰিছিল আৰু সেই আইদেউতাই দুৱৰাদেৱৰ জীৱনটো চেনেহৰ গঙ্গাজলেৰে ধোৱাই দিছিল। ইয়াৰ উপৰিও দুৱৰাৰ আছিল দুগৰাকী মাতৃসমা বৌৱেক, যি দুগৰাকীয়ে তেওঁৰ ছাঁৰ দৰে থাকি তদাৰক কৰিছিল। পিতৃ শ্যামসুন্দৰ দুৱৰাই নুমলীয়া সন্তানৰ মাজতে থকা সম্ভাৱনাখিনি অনুভৱ কৰিব পাৰিছিল আৰু সেয়েহে প্ৰতিটো কবিতা লিখাৰ বিনিময়ত দুৱৰাই পিতৃৰ পৰা এটিকৈ পানতোৱা বা ৰসগোল্লা পুৰস্কাৰ স্বৰূপ পাইছিল। তেতিয়া তেওঁৰ বয়স আছিল মাথোন নবছৰ। দুৰ্ভাগ্যৰ কথা যে দুৱৰাই পিতৃস্নেহ সৰহকাল উপভোগ কৰিবলৈ নাপালে। ১৯০৩ খৃঃত শ্যামসুন্দৰ দুৱৰা স্বৰ্গী হয়। ইয়াৰ আগেয়ে দুৱৰাৰ মাজু পুত্ৰ নন্দলালৰ গুৱাহাটীত পঢ়িবলৈ যোৱাৰ আগমুহূৰ্ত্তত মৃত্যু হৈছিল। শ্যামসুন্দৰ দুৱৰাই সেয়েহে নিজৰ মৃত্যুৰ



সময়ত পৰিয়ালৰ আটাইকে এইবুলি সকিয়াই থৈ গৈছিল : 'এইতো গলেই, তইঁতকো একো কৰিব নোৱাৰিলো, কিন্তু বাপুক চাবি, তাক পঢ়ুৱাবিহঁক।' এই বাক্য পালন কৰিবৰ বাবে সকলোৱে যৎপৰোনাস্তি চেষ্টা কৰিছিল। আগতেই কৈ অহা হৈছে যে পৰিয়ালটিৰ মাজত দুৱৰা আছিল সকলোৰে আদৰ আৰু আনন্দ-উলাহৰ কেন্দ্ৰবিন্দু। ৰংপুৰৰ শ্যামল শোভা আৰু দিখৌ নৈখনিৰ পাৰৰ শান্ত বাতাবৰণে তেওঁৰ নিশ্বাস-প্ৰশ্বাসৰ গতি নিয়ন্ত্ৰণ কৰিছিল।

## "চিৰ চেনেহী মোৰ ভাষা জননী"
## ভাষা সংকটৰ দোমোজাত দুৱৰা

সেইটো আছিল অন্ধকাৰৰ যুগ। ১৮৩৬ চনত অসমীয়া ভাষা অসমৰ স্কুল-আদালতৰ পৰা বহিষ্কাৰ কৰি তাৰ ঠাইত বঙলা ভাষা প্ৰচলন কৰা হৈছিল। এই সম্পৰ্কে অসমীয়া সমাজখনত কোনো ধৰণৰ বাজহুৱা প্ৰতিবাদ হোৱা নাছিল। সাধাৰণ মানুহৰ কথা বাদেই আনকি হলিৰাম ঢেকিয়ালফুকন, মণিৰাম দেৱান প্ৰভৃতি সমাজৰ বিশিষ্ট লোকেও বঙলা ভাষাক অন্ধ অনুকৰণ কৰি সেই ভাষাত পুথি লিখিবলৈ যত্ন কৰিছিল। অসমীয়া জাতিৰ একমাত্ৰ প্ৰতিনিধিৰূপে কেৱল আনন্দৰাম ঢেকিয়াল ফুকনেহে এনে অন্যায় শিক্ষা ব্যৱস্থাৰ প্ৰতি সৰবে প্ৰতিবাদ কৰিছিল। তেওঁ 'A Native' ছদ্মনামেৰে লিখা **'A Few remarks On the Assamese Language and on Vernacular Education in Assam'** গ্ৰন্থত লিখিছিল; 'যোৱা দহ-বাৰ বছৰৰ ভিতৰত বেংগলী ভাষাক অসমৰ স্কুলত স্থানীয় ভাষা হিচাপে শিকোৱা হৈছে।" গতিকে সেই সুদীৰ্ঘ কালছোৱাত অসমৰ জনসাধাৰণে কেনেকুৱা ধৰণে ভাষিক আৰু সাংস্কৃতিক বিভ্ৰাটৰ সন্মুখীন হ'ব লগা হৈছিল, সেই কথা সহজেই অনুমেয়। 'চেতনা' (চতুৰ্থ বছৰ)ত প্ৰকাশ হোৱা 'স্বদেশ প্ৰেম' নামে ৰচনাত মহৰ্ষি কমলাকান্ত ভট্টাচাৰ্য্যই মন্তব্য কৰিছে : সৰুকালত আমি বঙলা ভাষাহে স্কুলত পঢ়িছিলো। সেই সময়ত মই বঙালী ভাষাতে ল'ৰা কালতে পদ্য এটি লিখা মনত পৰে। এতিয়া ভাবি চাওঁক পদ্য ফাকিত যি কথা লিখিছিলো সি বৰ সাৰুৱা কথা। পদ্যফাকি এই— নিৰাশায় আশা বাঢ়ে বিপদে অভয়, ভাৰত পাৰত উঠ এইতো সময়।' আনহাতেদি বিশিষ্ট বুৰঞ্জীবিদ বেণুধৰ শৰ্মাই 'নৱন্যাস যুগৰ সাৰথিসকল' শীৰ্ষক প্ৰবন্ধত অসমীয়াৰ ভাষাৰ শোচনীয় ৰূপটোৰ বৰ্ণনা দিছে এনেকৈ : 'অসমৰ পশ্চিম সীমাৰ বাহিৰতহে যে অসমীয়া ভাষাই চকুপানী টুকিবলগীয়া হৈছিল এনে নহয় বঙলা ৰূপতি লাগি থকাৰ আপোন দেশৰ ৰৰঘৰতো মাতৃভাষাৰ দুৰ্গতিত 'হৰ্ষ-বিষাদৰ খলক লাগিছিল। বাহিৰত এটা, ভিতৰত এটা ৰূপলগীয়া হোৱাত আদালতত পঢ়াশালিত যে বেমেজালি লাগিছিলেই নে অংকীয়া নাটতো সূত্ৰধাৰী ভাৱৰীয়াৰ বচনে পখৰা ৰূপ লৈছিল।'

যতীন্দ্ৰনাথ দুৱৰা আছিল অসম মাতৃৰ এনে সংকট কালছোৱাৰ নীৰৱ সাক্ষী। কলমেৰেই হওঁক বা বচনেৰেই হওক, তেওঁ কাকো উচ্চবাচ্য বুলিব নোৱাৰিছিল। অবিশ্ৰান্ত কাব্যৰ নদীখন আৰু নীৰৱ আত্মদহনেই আছিল তেওঁৰ প্ৰতিবাদী কণ্ঠৰ একমাত্ৰ সাক্ষীস্বৰূপ।

১৮৭২ চনত অসমৰ স্কুল আৰু আদালতত চৰকাৰী আদেশ অনুসৰি অসমীয়া ভাষাৰ প্ৰচলন হ'লেও প্ৰকৃততে ই সকলো ক্ষেত্ৰতে কাৰ্য্যকৰী হোৱা নাছিল। সেইবাবে অসমীয়া ছাত্ৰসকলৰ মনত ক্ষোভ আৰু অশান্তিৰ সৃষ্টি হোৱা দেখা গৈছিল। যতীন্দ্ৰনাথ দুৱৰাইও বঙলা ভাষাৰেই শিক্ষা জীৱন আৰম্ভ কৰিছিল। তেতিয়া তেওঁ শিৱসাগৰ চৰকাৰী হাইস্কুলৰ ছাত্ৰ। সেই স্কুলৰ প্ৰধান শিক্ষক ৰামমোহন মিত্ৰৰ লৈতে তেওঁৰ এদিন এটি স্মৰণযোগ্য পৰিস্থিতিৰ উদ্ভৱ হৈছিল। আপোন মাতৃভাষাৰে পঢ়াশালিত শিক্ষা লাভ কৰিবলৈ নোপোৱাৰ বাবে দুৱৰাৰ মনত সদায় আক্ষেপ আছে বুলি প্ৰধান শিক্ষকে বুজি পাইছিল। সেয়েহে দুৱৰাক এদিন সুধিলে : 'তুমি যে সদায় মাতৃ-ভাষাৰ কথা কৈ থকা, সেই মাতৃভাষানো প্ৰকৃততে কি বুলি ভাবা? আবেগপ্ৰৱণ আৰু স্পৰ্শকাতৰ দুৱৰা এই প্ৰশ্নৰ ৰাগত যেন থকা-সৰকা হ'ল। নিগৰি ওলোৱা চুধাৰি লোতক মচি দুৱৰাই, শিক্ষা-গুৰুক প্ৰত্যুত্তৰ দিলে এইবুলি : 'কেচুৱাই মাকৰ কোলাত শুই পিয়াহ খাওঁতে পোনতে যি ভাষাৰে 'আই' বুলি মাতিবলৈ

শিকে, সেয়ে মাতৃভাষা, দুখৰ বিষয় যে আমি সেই মাতৃভাষাৰ পৰা বঞ্চিত।' গুৰুৱে সেইদিনা তেওঁক মুক্তকণ্ঠেৰে আশীবাদ কৰি কৈছিল, 'বাছা তুমি শোক নকৰিবা। তুমি এদিন তোমাৰ মাতৃভাষাৰ নাম উজ্জ্বল কৰিবা।' এদিন মহৰ্ষি দেবেন্দ্ৰ নাথ ঠাকুৰেও লক্ষ্মীনাথ বেজবৰুৱাক একে আশীৰ্বাদকে দিছিল। মাতৃভাষাৰ সৈতে বিচ্ছেদৰ জ্বালা তেওঁ মৰ্মে মৰ্মে উপলব্ধি কৰিছিল। শিক্ষাগুৰুৰ সেই ভৱিষ্যত বাণীয়েও এদিন ফল দিছিল। কবিৰ মানসপটত ক্ৰমান্বয়ে কল্পবৃক্ষৰ ডাল-পাতবোৰ আঁহ-পাহ মেলি বাঢ়ি আহিল। মাতৃভাষাতেই তেওঁ অবিৰাম গতিৰে সৃষ্টি কৰি গ'ল নিজৰ অমৰ লেখনীসমূহ।

পাৰ্চি কবি ওমৰ খয়ামৰ ৰুবায়ত সমূহ অসমীয়া ঠাচত সজাই-পৰাই এনেদৰে সালংকৃত কৰি তুলিলে যে তাত বিদেশী ভাষাৰ কোনো চিন মোকামেই নেথাকিল। এই সম্পৰ্কত কবিজনাই নিজেই মন্তব্য কৰিছে: 'বনগীতৰ পৰা শ্যেলীলৈকে ওমৰ-খয়ামৰ পৰা জাৰ্মান কবি হাইনলৈকে সংগোপনে ফুলনিত মই বিচৰণ কৰিছোঁ; কিন্তু যদি ক'ৰবাৰ পৰা এটি তলসৰা ফুল আনিছোঁ, তাক মোৰ প্ৰাণেৰে ৰহণাই তুলিবৰ বাবে যত্ন কৰিছোঁ।' ইয়াৰ মূলতে আছিল মাতৃভাষাৰ প্ৰতি কবিজনাৰ সহজ আন্তৰিকতা। এক নৈতিক দায়বদ্ধতা। অসম সাহিত্য সভাৰ চতুৰ্বিংশতম গুৱাহাটীৰ অধিবেশনৰ (১৯৫৫ চন) সভাপতিৰূপে দিয়া অভিভাষণত এনে আন্তৰিকতাৰ ভাৱ সুন্দৰকৈ পৰিস্ফুট হৈছে 'অসমীয়া বাতৰি কাকত আৰু আলোচনীৰ পাত মুকলি কৰিলে বৰ্ণ বিন্যাসৰ বিভ্ৰাটেই পোনতে পাঠকৰ চকুত খোঁচা-বিন্ধা আৰম্ভ কৰে। অলপ ভিতৰলৈ গলে দেখা পাব ভাষাৰ ঠাঁচ নিতে নিতে নতুন হ'ব লাগিছে; কাৰণ অনেক সময়ত লেখকৰ নিজৰ ভাষা-ৰীতি নায়েই। আজি এটা শব্দ, কালিলৈ এটা খণ্ডবাক্য শিকি তেওঁলোকে ব্যৱহাৰ কৰে; পিচত সেইবোৰ প্ৰকাশৰ ৰূপ ৰ'দৰ আগত নিয়ৰ উৰা মৰাৰ দৰে কেনিবা উৰা মাৰে।' কবিয়ে অন্তদৃষ্টিৰে যি দেখিছিল তাকে প্ৰকাশ কৰিছিল সামাজিক সংকটৰ যি আশঙ্কা সন্মুখত দেখি ভৱিষ্যতবাণী কৰিছিল সেয়াও মিছা নহ'ল— 'আমি যদি জনজাতীয় লোকসকলক কোনো ক্ষেত্ৰত আকৰ্ষণ কৰিব পৰা নাই, বুজিব লাগিব আমাৰো কোনোবাখিনিত দোষ আছে। তেওঁলোকৰ ভাষা, তেওঁলোকৰ লোক-সংস্কৃতি, তেওঁলোকৰ মৌখিক সাহিত্য অধ্যয়ন কৰি তেওঁলোকৰ বুকুৰ কাষ চাপিবলৈ আমি শিকিব লাগিব। মুঠতে, মৰম, ত্যাগ আৰু বুজাবুজিৰ ভাব নহলে তেওঁলোকক আমাৰ মাজলৈ আনিব নোৱাৰি।' বিভিন্ন জাতি-গোষ্ঠী, বৰ্ণবৈচিত্ৰময় কৃষ্টি সংস্কৃতিৰে 'বৰ অসম' গঢ়ি তোলাৰ তেওঁৰ সেই স্বপ্ন অথলে গ'লে ভ্ৰাতৃবিদ্বেষ ধৰ্মবিদ্বেষ আৰু অন্তৰ্কলহৰ বাবে অসম আজি খণ্ড-বিখণ্ড।

কবিৰ চিন্তা আৰু আকাংক্ষাৰ দিগন্ত ৰখাই ভাষা-জননীৰ চৰণ স্পৰ্শ কৰি ধন্য হৈছিল 'যেয়ে যেনেকৈ পাৰে মাতৃ পূজাৰ বেদীত ফুল-বনপাত দি মনৰ আনন্দেৰে ষোড়শোপচাৰে পূজা কৰি নিজৰ মাতৃভাষাৰ উন্নতি বিধান কৰক।'

কবিৰ জীৱন ভাষা-জননীৰ বেদীত উচৰ্গিত জীৱন। অন্তৰত অনেক বিচিত্ৰ অনুভূতিৰ বৰ্ণালী, অথচ তেওঁৰ ব্যক্তিত্বক অনবৰতে আগুৰি থাকে এক আচৰিত ধৰণৰ লজ্জাবোধে, যাৰ কোনো উহ তেওঁ কোনোদিনে বিচাৰি নাপালে। হৃদয়ৰ তাড়নাত পৰি শৈশৱৰ পৰা মৃত্যু পৰ্যন্ত কঢ়িয়াই লৈ ফুৰিছিল কবিতা নামৰ সাংগীতিক নদীধ্বনি।

## শিক্ষা আৰু কৰ্মজীৱন

১৯০৯ চনত শিৱসাগৰ চৰকাৰী স্কুলৰ পৰা প্ৰৱেশিকা পৰীক্ষাত উত্তীৰ্ণ হোৱাৰ পাছত যতীন্দ্ৰনাথ দুৱৰাই পুৰণি ঐতিহ্যধন্য কটন মহাবিদ্যালয়ত ভৰ্ত্তি হয়। অৱশ্যে ইয়াত তেওঁ সৰহদিন নাথাকিল। সেইসময়ত কটন মহাবিদ্যালয়ৰ অধ্যক্ষ আছিল ডুদমাৰ্ছন চাহাব। সীমিত কেইটামান দিনৰ ভিতৰতে দুৱৰাই অধ্যক্ষজনাৰ অন্তৰ জয় কৰিবলৈ সমৰ্থ হৈছিল।

কটন কলেজৰ পৰা গৈ দুৱৰাই কলিকতাৰ স্কটিচচাৰ্চ কলেজত ভৰ্ত্তি হয়। অধ্যয়নৰ বিষয় আছিল বুৰঞ্জী আৰু অৰ্থনীতি। সেই-সময়ত কলিকতা প্ৰবাসী অসমৰ ছাত্ৰ বহুতো আছিল। সৰহ-সংখ্যক অসমীয়ালোকৰে মনত এনে এক বদ্ধমূল ধাৰণাৰ সৃষ্টি হৈছিল যে কলিকতাত পঢ়াশুনা কৰিলে উদাৰ মনা বিদ্বান লোক হব পাৰি। যতীন্দ্ৰনাথ দুৱৰা আৰু দুৱৰা পৰিয়ালৰ মানসিকতাও ইয়াৰ ব্যতিক্ৰম নাছিল। ১৯১৩ চনত দুৱৰাই স্কটিছ কলেজৰ পৰাই স্নাতক উপাধি লয়। ইয়াৰ পাছত ওকালতি পঢ়ি জীৱিকাৰ বাট মোকলাবৰ মনস্থ কৰি আইনৰ শ্ৰেণীত নাম লগায়। অসম সাহিত্য সভাৰ সভাপতিৰ ভাষণাৱলীত ড° বাণীকান্ত কাকতিয়ে এই সম্পৰ্কে লিখিছে—"কুৰি বছৰ আগেয়ে আমি যেতিয়া প্ৰেছিডেন্সী কলেজৰ তৃতীয় বাৰ্ষিক শ্ৰেণীৰ ল'ৰা, দুৱৰা ডাঙৰীয়া তেতিয়া আইন কলেজৰ ছাত্ৰ।" দুৱৰাৰ অৱশ্যে সেই আশা পূৰ্ণ নহল। আইনৰ শেষ পৰীক্ষালৈ অলপদিন থাকোতেই এটাৰ পাছত আন একোটা ঘৰুৱা বিপৰ্যয়ে দুৱৰাক মৰ্ম্মাহত কৰে। মাতৃসমা ডুগৰাকী বৌৱেক আৰু তেওঁলোকৰ এহালি ল'ৰা-ছোৱালীক হেৰুৱাব লগা ঘটনা তেওঁ কোনোৰকমে সহিব নোৱাৰিলে। পঢ়া-শুনা ইমানতে সামৰি দুৱৰা ঘৰ অভিমুখে পুনৰ ৰাওনা হ'ল। আইনৰ বিদ্যা আৰু ডিগ্ৰী দুয়োটাই অসমাপ্ত হৈয়ে ৰ'ল।

১৯১৮ চনত তেওঁ ডিব্ৰুগড়ৰ জৰ্জ ইনচটিটিউচনত শিক্ষকতাৰ জীৱন আৰম্ভ কৰি ইয়াতে সুদীৰ্ঘ চাৰিটা বছৰ নিৰ্ব্বাহ কৰে। কিন্তু ইয়াৰ আগতে কলিকতা মহানগৰীত দেখি অহা বহল পৃথিৱী-খনৰ পোহৰ দুৱৰাৰ মনৰ পৰা কোনোদিনে আতৰি যোৱা নাছিল। এবাৰ নোৱৰা তাড়নাত পৰি তেওঁ আকৌ মহানগৰীলৈ বুলি ৰাওনা হ'ল। সেয়া ১৯২২ খৃংৰ জানুৱাৰী মাহ। কলিকতাত দুৱৰাই স্কটিছ চাৰ্চ্চ কলেজিয়েট স্কুলৰ শিক্ষক ৰূপে কৰ্ম জীৱন আৰম্ভ কৰিলে। ১৯৪৭ খৃংলৈকে সুদীৰ্ঘ একুৰি পাছোটা বছৰ তেওঁ স্কুলখনত কাম কৰিছিল। সৌভাগ্যৰ কথা দুৱৰাৰ জ্ঞান-পিপাসু মনটোক স্কুলৰ চাৰিসীমাৰ মাজত থকা সীমাবদ্ধ জীৱনটোৱে বান্ধি ৰাখিব নোৱাৰিলে। ফুলে ফুলে পৰি ভোমোৰাই মৌ চুহি শক্তি আহৰণ কৰাৰ দৰে দুৱৰাইও দেশ-বিদেশৰ কাব্যামৃত মন্থন কৰিবলৈ লাগিল। অধ্যয়ন পুষ্ট মনেৰে তেওঁ বিবিধ কাব্য ৰচনা কৰিবলৈ এনেদৰেই সমল গোটাইছিল।

স্কটিচচাৰ্চ্চ কলেজিয়েট স্কুলত দুৱৰাক প্ৰথমে বুৰঞ্জীৰ শিক্ষকৰূপে নিযুক্তি দিয়া হৈছিল যদিও পাছত নিজৰ অৰ্হতাগুণে বুৰঞ্জীৰ মুখ্য শিক্ষক হৈছিলগৈ। সেই স্কুলৰ স্কাউটৰো তেওঁ প্ৰশিক্ষক স্বৰূপে আছিল। ইয়াৰ উপৰিও স্কটিছ চাৰ্চ্চ কলেজিয়েট স্কুলৰ আলোচনীখনৰ জন্মলগ্নত বিভিন্ন পৰামৰ্শৰে সহায় কৰোঁতা দুৱৰাকে এই আলোচনীৰ প্ৰধান সম্পাদকৰ ভাৰ দিয়া হৈছিল।

১৯৩৮ চনত কলিকতা বিশ্ববিদ্যালয়ে "অসমীয়া" এটা বিষয় হিচাপে অন্তৰ্ভুক্ত কৰাৰ পাছত তাত যতীন্দ্ৰনাথ দুৱৰাক অংশকালীন অধ্যাপক হিচাপে নিযুক্তি দিয়ে। দুৱৰাই স্নাতকোত্তৰ মহলাত আধুনিক অসমীয়া কাব্য আৰু বেজবৰুৱা সাহিত্য অবৈতনিকভাৱে পঢ়ুৱাবলৈ

লৈছিল। সপ্তাহত মাথোন ছুটা ক্লাচ কৰিব লাগে। ইয়াৰ বাবে কিছুমান বিশেষধৰণৰ টোকা (চুটি গল্প ৰোমান্টিচিজিম) ছুৰবাই নিজে যুগুত কৰি লৈছিল। তীৰ্থনাথ শৰ্মাই "সংজ্ঞা" আলোচনীৰ এটি প্ৰবন্ধত (২য় বছৰ ২য় সংখ্যা) এই কথা লিখিছে যে "এম, এ, শ্ৰেণীত পঢ়াবলৈ তেখেতে ৰোমান্টিছিজিম্ আদি বিষয়বোৰৰ আৰু বেজবৰুৱাৰ সাধুকথাৰ কুকি পঢ়াওতে চুটি গল্পৰ বিষয়ে কিছুমান টোকা যুগুত কৰি লৈছিল। ইয়াৰ ভিতৰত ৰোমান্টিজিমৰ বিষয়ে লোৱা টোকাখিনি বৰ উপাদেয় আছিল।" যিমানদূৰ জনা যায়, ৰোমান্টিছিজিমৰ বিষয়ে ছুৰবাই আকাশবাণী কলিকতা কেন্দ্ৰত কথিকা পঢ়িবলৈ আমন্ত্ৰিত হৈছিল। এইখিনিতে আন এটি কথাও উল্লেখ বিকব পৰা যায়। "বনফুলৰ কবি ছুৰবা" শীৰ্ষক পুথিখনিত যতিনাৰায়ণ শৰ্মাই ছুৰবাৰ ব্যক্তিত্বৰ সন্মোহনী শক্তিৰ ফালে আঙুলিয়াই এনেদৰে সত্যাসত্য প্ৰমাণ কৰি দেখুৱাইছে "এম, এ, শ্ৰেণীত পঢ়াবৰ বাবে বিশ্ববিদ্যালয়ৰ নিয়মমতে নিম্নতম অৰ্হতা এম, এ, ডিগ্ৰী। বিৰিঞ্চিকুমাৰ বৰুৱা পালী ভাষাৰ আৰু অম্বিকানাথ বৰা অৰ্থনীতিৰ এম, এ,। কিন্তু ছুৰবাৰ বিশ্ববিদ্যালয়ৰ ডিগ্ৰী বি, এ,। কলিকতা বিশ্ববিদ্যালয়ে অকল বি, এ, পাছ কৰা স্বত্বেও ছুৰবাকহে এম, এ, শ্ৰেণীত পঢ়ুৱাবলৈ নিয়োগ কৰিছিল। কলিকতা বিশ্ববিদ্যালয়ত এই বিশেষ ব্যৱস্থা একমাত্ৰ ছুৰবাৰ ক্ষেত্ৰতহে প্ৰযোজ্য হৈছিল।"

১৯৪২ খৃঃৰ ১৬ মাৰ্চৰ দিনা ছুৰবা ছুদিনৰ বাবে অসমলৈ আহিছিল। দ্বিতীয় মহাসমৰৰ বাবে পৃথিৱী জুৰি তেতিয়া অনিশ্চয়তা আৰু অশান্ত বতাহৰ ঢৌ বলিছে। আনফালেদি সমগ্ৰ ভাৰতবৰ্ষতে গণ আন্দোলনৰ জুই জ্বলি উঠিছে। কলিকতা মহানগৰীৰ জীৱনযাত্ৰাটো শান্তি আৰু নিৰাপত্তা ব্যাহত হৈছে। শিৱসাগৰত আহি ছুৰবাই অৱশ্যে নিজে ভালপোৱাৰ ধৰণে নিৰলাত আত্মগোপন কৰি থাকিব নোৱাৰিলে। ২৮ মাৰ্চ তাৰিখে বাইজৰ অনুৰোধ এৰাৰ



নোৱাৰি জয়মতী উছৱৰ সভাখনিত সভাপতিত্ব কৰিলে। অন্তৰে অনুভৱ কৰা কথাখিনি মৰ্মস্পৰ্শী ভাষাৰে তেওঁ সেইদিনা ৰাইজৰ আগত উত্থাপন কৰিছিল। "দেশ প্ৰেম এটি অনুভূতিৰ বস্তু। সাধাৰণ সহজ অনুভূতিৰে ইয়াক উপলব্ধি কৰা টান। প্ৰাণত যেতিয়া ইয়াৰ প্ৰেৰণাৰ সঞ্চাৰ হয়, তেতিয়া আপোন-পৰ সকলো পাহৰি যায়। যিবিলাক কাম সাধাৰণতে আমাৰ চকুত কঠোৰ বা অসহনীয় বোধহয় সেইবিলাক কামেই ইয়াৰ কাৰণে অতি সহজ সাধ্য হৈ পৰে।"

কাৰ্য্যক্ষেত্ৰত কিন্তু ছুৰবা কোনোদিনে জনতাৰ মিছিলৰ সৈতে ৰাজপথলৈ ওলাই নাহিল। তেওঁ এই সময়ছোৱাতে চিলঙৰ লেডী কিন কলেজতো অধ্যাপনাৰ সুযোগ পাইছিল যদিও কেৱল মহিলাৰ মুখা-মুখি হব লাগিব বুলিয়েই এই প্ৰস্তাৱ নাকচ কৰি পুনৰ কলিকতালৈ অহাবাটে উভটি গ'ল।

১৯৪৭ খৃঃত চিৰদিনৰ বাবে ছুৰবা কলিকতাৰ পৰা গুচি আহিল। সেই সময়ছোৱাতে তেওঁ টাইফয়দ ৰোগত আক্ৰান্ত হৈছিল। ১৯৪৭ খৃঃত কলিকতা এৰিলে যদিও তেওঁৰ পদত্যাগ পত্ৰ গ্ৰহণ কৰা হৈছিল ১৯৪৮ চনৰ ১ চেপ্তেম্বৰৰ পৰাহে। স্বভাৱসুলভ সৰলতা আৰু অধ্যাপনাৰ প্ৰতি ঐকান্তিকতা গুণে ছুৰবা সকলোৰে প্ৰিয়ভাজন হব পাৰিছিল। সুদীৰ্ঘ দিন ধৰি কলিকতাত কটোৱাৰ বাবেই মহানগৰীৰ জীৱনযাত্ৰাত তেওঁ অভ্যস্ত হৈ গৈছিল। অসমীয়া অনা অসমীয়া অনেক লোকৰ সৈতে অন্তৰঙ্গতা গঢ়ি উঠাৰ বাবেও ঠাই খন এৰি আহিবলৈ কবিজনাৰ স্বাভাৱিকতে মনোকষ্ট হৈছিল। কলিকতা মহানগৰীখন ছুৰবাৰ বাবে কেৱল কৰ্মভূমি আৰু শিক্ষাভূমিয়ে নহয়, এইখন তেওঁৰ কাবা প্ৰেৰণাৰ থলী। এই কথা নিঃসন্দেহে মানি লব পাৰি যে তাত থকাৰ বাবেই ছুৰবাই দেশ-বিদেশৰ সাহিত্য সংস্কৃতিৰ সৈতে চিনাকী হৈ পৃথিৱীখনৰ বিশালতা অনুভৱ কৰিব পাৰিছিল। অৱশ্যে এই কলিকতা মহানগৰীতে তেওঁ জীৱ-

নটো যেনেকৈ গঢ়ি তুলিছিল, তেনেকৈ মহ্‌ৰ দুৰ্ঘটনাত পৰি তাতেই বহুমূল্যবান শৰীৰটো চিৰকাললৈ ঘূণীয়াও হৈছিল।

১৯৪৮ চনত যতীন্দ্ৰনাথ দুৱৰা ডিব্ৰুগড়ৰ হনুমানবক্স সুৰযমল কানৈ কলেজৰ অধ্যাপক নিযুক্ত হয়। তেওঁৰ কাৰ্যময় জীৱনৰ সূচনা হৈছিল আৰু ইয়াতেই অধ্যাপনাৰ সামৰনিও পৰে। ইও মন কৰিব লগা কথা। কানৈ কলেজত নিযুক্তি লোৱাৰ পাছত দুৱৰাই তেওঁলোকৰ আত্মীয় শ্ৰীভৰত চলিহা আৰু গৌৰীপ্ৰভা চলিহাৰ ঘৰত কিছুদিন থাকে। কিন্তু আত্মমুখী নিৰ্জ্জনতাপ্ৰিয় কবিয়ে নিগাজী বাসস্থান স্বৰূপে আমোলাপট্টিৰ এটি জৰাজীৰ্ণ চাংঘৰহে বাচি ললে। সাধান নামৰ এটি বঙালী ল'ৰাৰে সৈতে দুৱৰাই ডিব্ৰুগড়ত থকা সমগ্ৰ সময়চোৱা ইয়াতেই কটালে। ডিব্ৰুগড়ত দুৱৰাৰ প্ৰতিভাৰ ৰবি ক্ৰমান্বয়ে স্তিমিত হৈ আহিবলৈ আৰম্ভ কৰে। প্ৰচণ্ড অৱসাদ আৰু কাৰুনাই কবিক ক্ৰমান্বয়ে বিস্মৃতিৰ গৰ্ভলৈ টানি লৈ গ'ল। কলেজৰ সহকৰ্মীবৃন্দ ছাত্ৰ-ছাত্ৰীসকল তথা ডিব্ৰুগড় বাসীৰ বাবে দুৱৰা শ্ৰদ্ধাভাজন ব্যক্তি হ'লেও তেওঁ বেছিভাগ সময় কটাইছিল একান্ত নিজানে আৰু অকলশৰে। অৱশ্যে "বনফুল" কবিতা সংকলনৰ কামো তেওঁ ইয়াতেই হাতত লৈছিল। কলিকতাৰ এলেম প্ৰেছে ১৯৫২ খৃঃৰ (১৮৭৪ শক) ১ আহাৰৰ দিনা এইখনি পুথি প্ৰকাশ কৰি উলিয়াইছিল। ১৯৫২ চনত উক্ত পুথিখনৰ বাবে দুৱৰাই সাহিত্য একাডেমীৰ বঁটা লাভ কৰে।

কানৈ কলেজত যতীন্দ্ৰনাথ দুৱৰাই বাৰ বছৰ অধ্যাপনা কৰাৰ পাছত ১৯৬১ চনৰ ১২ জানুৱাৰী দিনা তেওঁক কলেজৰ তৰফৰ পৰা আনুষ্ঠানিকভাবে বিদায় সম্ভাষণ জনোৱা হয়।

এইজনা বিশিষ্ট ব্যক্তি তথা সাহিত্যৰ একনিষ্ঠ সাধক দুৱৰাক অসম সাহিত্য সভাৰ যোৰহাট অধিবেশনৰ বাবে বিপুল সংখ্যাগৰিষ্ঠ ভোটত জয়যুক্ত কৰা হৈছিল। কিন্তু শাৰীৰিক সুস্থতা আৰু মানসিক প্ৰস্তুতি এটাও নথকাৰ বাবে দুৱৰাই বাইজৰ এই আহ্বানক



সহাৰি নিদিলে। কিন্তু পাছৰ বছৰত অৰ্থাৎ ১৯৫৫ চনত পুনৰ সভাপতি নিৰ্ব্বাচিত হোৱাৰ বাবে দুৱৰাই অসম সাহিত্য সভাৰ গুৱাহাটী অধিবেশনত পৌৰোহিত্য কৰে।

১৯৬৪ খৃঃৰ আৰম্ভণিৰে পৰা দুৱৰাৰ শৰীৰত ভাঙোনে ধৰিবলৈ আৰম্ভ কৰিছিল। ক্ৰমান্বয়ে এই অৱস্থা শোচনীয় হবলৈ ধৰে। জীৱনৰ শেষচোৱা তেওঁ শিৱসাগৰৰ নিজা ঘৰত ভতিজাকহঁতৰ পৰিয়ালৰ সান্নিধ্যত কটাইছিল। আত্মীয় সকলৰ সেৱা শুশ্ৰূষা আৰু শুভাকাঙ্খী অনেক লোকৰ মৰম-ভালপোৱা হেঁপাহ সামৰি লৈ কবিজনাই ১৯৬৪ খৃঃৰ ৫ জুলাইৰ দিনা অনন্তধামলৈ গতি কৰিলে।

## যতীন্দ্ৰনাথ দুৱৰাৰ শৃংখলাবোধ

যতীন্দ্ৰনাথ দুৱৰাই এবাৰ যতিনাৰায়ণ শৰ্মালৈ লিখিছিল ঃ "জগতত মানুহৰ দুটা বেষ্টনী (*world*) আছে। এটা নিজৰ আৰু আনটো আনৰ। প্ৰথমটোৰ ভিতৰত তেওঁলোকে নিজে কাম-কাজ কৰি ফুৰে আৰু দ্বিতীয়টোৰ ভিতৰৰ বিলাকে সেইকাম বিলাকৰ সমালোচনা কৰে। যেয়ে এই দুটাৰ সামঞ্জস্য ৰাখি কাম কৰি গৈছে, তেওঁলোকেই জগতত কৃতকাৰ্য্য হৈছে।" কবিজনাৰ নিজৰ জীৱনটোৱেই যেন ইয়াৰ আটাইতকৈ শ্ৰেষ্ঠ উদাহৰণ। আবেগ অনুভূতিৰ আতিশয্যত থাকিব নোৱাৰি কবিতা লিখে আনফালে আকৌ সেই কবিতাকে বাহিৰত প্ৰকাশৰ অযোগ্য বুলি লুকাই থৈ দিয়ে। কেতিয়াবা সম্পূৰ্ণৰূপে নষ্ট কৰি পেলায় কোনো কবিতাৰ ওপৰত আকৌ (*Sentimental Nonsense*) বুলি লিখি থোৱাৰ উদাহৰণো নোহোৱা নহয়। অথচ এই একেজনা ব্যক্তিয়েই প্ৰকৃতিৰ ৰূপৰস গন্ধ যেনেকৈ অতি সংগোপনে উপভোগ কৰিছিল ঠিক তেনেকৈয়ে আকৌ নিজৰ শৰীৰটোও অতি আলফুলে ধুনীয়াকৈ ৰাখিবলৈ ত্ৰুটি কৰা নাছিল।

দুৱৰাৰ ব্যক্তিত্ব সম্পৰ্কে যতিনাৰায়ণ শৰ্মাই লিখিছে "দৈনন্দিন জীৱনত দুৱৰাদেৱ বৰ পৰিপাটি আছিল। ভাল কাপোৰ-কানি পিন্ধিছিল, ভাল বস্তু খাইছিল আৰু সদায় ভাল আলোচনা কৰিছিল। কোনো মানুহৰ বিষয়ে তেখেতে বেয়াকৈ আলোচনা নকৰিছিল বা কাকো দোষ নিদিছিল। দুৱৰা অতি নিয়মীয়া মানুহ আছিল। খোৱা - বোৱা, ফুৰা-চকা সকলো কাম ঘড়ী চাই কৰিছিল। তেখেতৰ খং উঠিলে সাধাৰণতে মুখেৰে নামাতে, কেতিয়াবা চকুপানী ওলায়, কিন্তু কাকো টানকৈ এষাৰ কথাও নকৈছিল। তেখেত অতি বেছি *Sentimental* আছিল।"[2]

কলিকতাৰ জীৱনৰ শেষৰ কালছোৱা দুৱৰাই মানিকতলাৰ দুমহলীয়া ঘৰ এটাৰ ওপৰমহলাৰ দুটা কোঠা ভাৰা লৈ দিন কটাইছিল। একমাত্ৰ সঙ্গী আছিল সাধন ঘোষ নামৰ এটি চেমনীয়া লৰা। পিতৃ-মাতৃ পুত্ৰ পৰিবাৰ কোনো নথকা চিৰকুমাৰ দুৱৰাৰ প্ৰবাসী জীৱনছোৱা এই লৰাজনেই অতি সুন্দৰভাবে তদাৰক কৰিছিল। দুৱৰাৰ শোৱা কোঠালীত মাথোন এখন বিচনা আছিল সৰহখিনি ঠাই কিতাপেৰে আগুৰা কিন্তু কতো বিশৃঙ্খলতাৰ নাম গোন্ধেই নাই। এই সম্পৰ্কে ভতিজাক বসন্তলাল দুৱৰাৰ বৰ্ণনাখিনিও মন কৰিবলগা "বাপুতা সকলো বিষয়তে বৰ পৰিপাটি, চিজিল আৰু চিকচাকো আছিল। খোৱা-বোৱা পিন্ধা-উৰা, ফুৰা-চকা সকলোতে। কোঠাটো এনেকৈ সজাই থব যে হাত দিলেই বস্তু পোৱা যায় যাতে। পিন্ধনত চুৰীয়া চোলাৰ ভাঁজ কেতিয়াও নাভাগিছিল। চুৰীয়াও পদুম ফুল ফুলোৱা প্ৰথম দেখিছিলো।"

'বনফুলৰ কবি দুৱৰা" পুথিত প্ৰথিতযশা সাহিত্যিক আৰু সমালোচক নন্দ তালুকদাৰে নিজ চকুৰে দেখা অভিজ্ঞতাৰ ওপৰত ভিত্তি কৰি দুৱৰাৰ প্ৰাত্যহিক জীৱনৰ নিয়মানুবৰ্ত্তিতা আৰু নিজ অভিৰুচিৰে গঢ়িতোলা বৌদ্ধিক পৰিবেশ সম্পৰ্কে বিস্তৃত বিৱৰণ দাঙি ধৰিছে "কলিকতাত হোষ্টেল নাইবা আন যতেই নাথাকক তেওঁৰ বাবে আচুতীয়া কোঠা দুটা। এটা তেওঁৰ শোৱনি আৰু বহা কোঠা, আনটো ৰান্ধনি কোঠা। তেওঁৰ শোৱা আৰু বহা কোঠাটো আটোমটোকাৰীকৈ সজোৱা আৰু চালে চকুৰোৱা। বিছনাখন বেছ পৰিপাটি। কাষতে এডাল আলনা। তলত শাৰী-শাৰীকৈ জোতাকেইযোৰ সজাই থোৱা থাকে। জোতাকেইযোৰ চিক্ চিকীয়া – কতো অকণো মলি নাই। ঠিক দুৱৰাৰমুখতে এখন পা-পোচ।

পা-পোচত ভৰিমুচি জোতাযোৰ সোলাকাই হাতেৰে নি আলনাত সজাই থয়। কাষৰ চেলফ্‌খনত সজাই থোৱা থাকে নানান ইংৰাজী বঙালী কিতাপ আলোচনী। একাষত টেবুলখন। টেবুলৰ ড্ৰয়াৰত ইংৰাজী, বঙালী, অসমীয়া কবিৰ বিবিধ কাব্যগ্ৰন্থ। বেৰৰ দাঁতিত কেইখনমান চকী শাৰী শাৰীকৈ সজাই থোৱা। একাষত এখন ধুনীয়া আৰামী চকী। প্ৰায়ে এই আৰামী চকী খনত বহি পঢ়া-শুনা কৰে। যেতিয়াই দুৱৰাৰ ওচৰলৈ যোৱা যায় তেতিয়াই দেখা যায় তেওঁৰ কোঠাটো আটোম-টোকাৰীকৈ সজাই ৰাখিছে। অকনমান বিশৃঙ্খল সহ্য নহয়।

পোছাক-পৰিচ্ছেদত সাধাৰণ ধুতিপাঞ্জাৱী কিন্তু গেঞ্জীৰ পৰা জোতালৈকে পিন্ধি থকা প্ৰতিটো বস্তুৱেই চাফচিকুণ। হাতত আঙুঠি চকুত ৰোল্ডগোল্ডৰ চশমা, ৰোল্ডগোল্ডৰ বুটাম, জেপত চেণ্টসনা ৰুমাল কায়িক সৌন্দৰ্য্যতো দুৱৰাৰ "দৰশিত সুন্দৰ গৌৰ কলেবৰ "

দুৱৰাৰ বেশভূষহে যে নিকা এনে নহয় চাহৰ কাপটো অকনো দাগ বা গাখীৰৰ সৰ লাগি থাকিব নোৱাৰিব। দুৱৰাই চাহ বৰকৈ খায়। কিন্তু যেনে তেনেকৈ নাখায়। চেকনিত চাহপাত দি সুন্দৰ বং আৰু গাখীৰ মিহলাই ভালদৰে খায়। ৰাতিপুৱা প্ৰায় পাচবজাতে টোপনিৰ পৰা উঠে।"

প্ৰতিজন মহৎলোকৰ চৰিত্ৰতে—কিছুমান বিশেষত্ব দেখিবলৈ পোৱা যায়। যতীন্দ্ৰনাথ দুৱৰাৰ চৰিত্ৰতো এনেধৰণৰ বিশেষত্ব লক্ষ্য কৰা গৈছিল। বিশ্ববিশ্ৰুত দাৰ্শনিক ইমানুৱেল কাণ্টৰ জীৱনীত লেখক, চিন্তাবিদ কালীচৰণ দাসে এই সম্পৰ্কে লিখিছে "এজন চৰিত্ৰ লেখকৰ কথাত তেওঁৰ গোটেই কৰ্ম-জীৱনেই হেনো কেতবোৰ নিয়মিত ক্ৰিয়াতেই নিয়ন্ত্ৰিও হৈছিল। তেওঁ ৰাতিপুৱা উঠা, কফিখোৱা লিখা বক্তৃতা দিয়া, দুপৰীয়া খোৱা, ফুৰিবলৈ যোৱা এই সকলোবোৰ কামেই হেনো জীৱনী লেখক (*Heine*) হেইনৰ মতে ঘড়ীৰ দৰেই একেবাৰে ঠিক সময়ত সমাধা কৰিছিল।



সদায় আবেলি গাত দীঘল কোট চোলা আৰু হাতত লাখুটিডাল লৈ শাৰী হৈ থকা 'লিডেন' গছ সু-শোভিত আলিবাটটোৰে ফুৰিবলৈ ওলাইছিল। পিছলৈ দাৰ্শনিক জনাই আবেলি ঘৰৰপৰা বাজ হলেই ওচৰৰ মানুহে বুজিব পাৰিছিল ঘড়ীত ঠিক সময় আবেলি ৩-৩০। অৱশেষত এই আলিবাটৰ নামেই "দাৰ্শনিক পথ" (*Philosopher's walk* ) বুলিয়েই জনাজাত হৈছিল। সোণৰ কাষত থাকিলে কেতিয়াবা কাঁচেও উজ্জ্বলতা লাভ কৰে বুলি এষাৰ কথা আছে। তেওঁৰ জীৱনত সঙ্গী আৰু লগুৱা লেম্পি (*Lampe*) ছাঁটো যেন হৈ গৈছিল।" এইখিনি কথাই অসমৰ মাটিত উমলি-জামলি ডাঙৰ হোৱা কবি যতীন্দ্ৰনাথ দুৱৰাৰ জীৱন-চিত্ৰখনি অতি সহজেই মনলৈ আনি দিয়ে। দুৱৰাৰ লগত থাকিবলৈ নহা হ'লে সাধন নামৰ লৰাটিও হয়তো কাৰো দৃষ্টিগোচৰ নোহোৱাকৈ জনসমুদ্ৰত হেৰাই গ'লহেতেন।

১৯২৪ চনত অসম সাহিত্য সভাৰ সপ্তম অধিবেশনৰ সভাপতি-ৰূপে লক্ষ্মীনাথ বেজবৰুৱা নিৰ্বাচিত হোৱাৰ পাছত সেই সভাৰ বাবে অভিভাষণখনি চাই-চিতি দুৱৰাকে কলিকতাত ছপা কৰিবলৈ ভাৰ দিয়া হয়। এই কামত তেওঁক সহায় কৰিছিল অমিয় কুমাৰ দাস, লক্ষীধৰ শৰ্মা আৰু হেমচন্দ্ৰ গোস্বামী আদিয়ে। অভিভাষণখনি কলিকতাত দুটা প্ৰেছত ছপোৱা হৈছিল। দুৱৰাই সেইখিনি জুকিয়াই শেষৰফালে দুই চাৰিকথা সংযোগ কৰিছিল আৰু সেইকথা অতি নম্ৰতাৰে বেজবৰুৱাক চিঠি লিখি জনাইছিল। তেওঁ লিখিছিল যে "*Address* খন বৰ বিতোপন হৈছে। লক্ষীহতে কৈছে যে ইমান *Comprehensive address* অসম সাহিত্যসভাত কেতিয়াও পঢ়া হোৱা নাই। আপোনাৰ ৭৫ পৃষ্ঠালৈকে সকলো ঠিকে আছে। তাৰ পাছত য'ত চাকৰি সম্বন্ধে আৰু অসম প্ৰবাসী বঙালীসকলৰ সম্বন্ধে বৰ দীঘলকৈ লেখা আছে, সেইটো অলপ *digression*

হোৱাত আৰু আচল বিষয়ৰ লগত সম্বন্ধ নথকাত আৰু প্ৰেছেও ছাপিব নোৱাৰো বোলাত সেই দুটা *points* অলপ মই *touch* কৰি *conclusion* নিজে লেখিবলগীয়া হ'ল। নিজে মানে আপোনাৰ পুৰণা লেখা বিলাকৰ *permentation combination* কৰি দিয়া হ'ল। কাৰণ আপুনি *conclusion* একেবাৰে নিলিখিলে। সেইটো মোলৈকে থৈছিল নেকি? "মন কৰিব লগীয়া কথা এয়েহে যে পাণ্ডিত্যৰ ক্ষেত্ৰত বেজবৰুৱা আছিল তেতিয়া অসমৰ একছত্ৰী সম্ৰাট। তেখেতৰ অভিভাষণখনিৰ ভাবৰ মৌলিকতা ৰক্ষা কৰাৰ সম্বন্ধে মতামত ব্যক্ত কৰিবলৈ দুৱৰাই দ্বিধাবোধ কৰা নাছিল। কাৰণ অসম সাহিত্য সভা এটি জাতীয় অনুষ্ঠান। এই অনুষ্ঠানৰ সভাপতিৰ অভিভাষণত সামান্য তম বিশৃঙ্খলতাৰ চিন দেখিলেও ই এক সামাজিক বিতৰ্কৰ বিষয় হব পাৰে বুলি দুৱৰাই আশঙ্কা কৰিছিল। এই কথাই প্ৰমাণ কৰে যে দুৱৰা কেৱল শৃঙ্খলাপ্ৰিয়ই নহয়, দুৰদৰ্শীও আছিল।

'ওমৰ তীৰ্থ' খ্যাত কবিজনাই ওমৰৰ জীৱন দৰ্শনৰ ওপৰত আলোকপাত কৰি লিখা প্ৰবন্ধটিৰ মাজেদিও তেওঁৰ শৃঙ্খলিত চিন্তাৰ উমান পোৱা যায় "যেতিয়া আমি ভাবুকিৰ ভাবৰাজ্যত প্ৰৱেশ কৰো তেতিয়া নিজৰ মনৰ গতিৰে তেওঁৰ মনৰ গতিক জুখি চাবলৈ যোৱাটো উচিত নহয়। তেওঁৰ ভাবত একো কৰিব নোৱাৰিলে তেওঁৰ কথাৰ প্ৰকৃত তথ্য বুজা টান। ওমৰ সাধনাৰ দল বিচাৰিবলৈ যাওঁতে নিজৰ কলিজাৰ দ'ল এটা যেন তেওঁৰ হাতত তুলি নিদিওঁ।" এজন অনুবাদকৰ এনে সংযম নিঃসন্দেহে প্ৰশংসাৰ যোগ্য।



## " ওমৰ তীৰ্থ "

ইতিহাসৰ ছাঁ-জুইৰ পোহৰত পৃথিৱীৰ মানুহে ওমৰৰ ছবিটো দেখে যাযাবৰ আৰু এক মুক্তচিন্তাৰ বাৰ্ত্তা বাহকৰূপে। আৰৱ মৰুভূমিৰ তপত বালিৰ সৈতে চিনাকী নেথাকিলেও আৰু যাযাবৰী শৰীৰ মনৰ অধিকাৰী নহলেও অসমৰ দৰদী কবি যতীন্দ্ৰনাথ দুৱৰাই "ওমৰ খৈয়াম" অসমীয়ালৈ ভাঙনি কৰা কাৰ্য্যক প্ৰত্যাহ্বান স্বৰূপে গ্ৰহণ কৰিলে। মহাপুৰুষ শংকৰদেৱ আৰু মাধৱদেৱৰ পাছত একমাত্ৰ আনন্দচন্দ্ৰ আগৰৱালা, আনন্দ চন্দ্ৰ বৰুৱা আৰু যতীন্দ্ৰনাথ দুৱৰাই এনে ভাঙনি কাৰ্য্যত হাত দিছিল।

মানৱতাবাদী ওমৰে সমগ্ৰ পৃথিৱীৰ মানুহৰ বাবে চিন্তা কৰিছিল। জাতি ধৰ্ম দেশ কালৰ ব্যৱধান নেওচি ওমৰে জীৱন-মৃত্যু আৰু নিয়তি সম্পৰ্কে অনেক কথাৰ অৱতাৰণা কৰি গৈছে, যিবোৰৰ সৈতে অসমীয়া মানুহৰ কোনোকালে পৰিচয় নাছিল। অথচ একাদশ শতিকাৰ এইজনা চুফী কবিৰ সৈতে দুৱৰাৰ নিজৰো আছিল প্ৰায় ৯০০ বছৰ কালৰ ব্যৱধান। স্থান, পৰিবেশ আৰু ভাষাৰ ব্যৱধান আছেই। আশ্চৰ্য্যৰ কথা দুয়োজনাৰ মাজত কিছুমান ভাবৰ সাদৃশ্যও আছিল। ওমৰৰ প্ৰশ্নৰ বাণত ক্ষত-বিক্ষত আকাশখন, অন্তৰে গ্ৰহণ কৰিব নোৱাৰা অনেক ৰীতি-নীতি আৰু আইন-কানুনৰ বাহক মানব সমাজখন দুৱৰাই নিজৰ অন্তৰ্দৃষ্টিৰে চালে আৰু নতুন ভাব-উন্মেষৰ এখন উৰ্বৰা পথাৰ অসমীয়া সমাজখনৰ বাবে আগবঢ়াই দিলে। এই অৱদান অতুলনীয়।

'ওমৰ খায়াম' (বাঁহী, ১৮৪৬ শক, মাঘ, পৃষ্ঠা ৯৫) নামৰ সুদীৰ্ঘ প্ৰবন্ধটিত দুৱৰাই খায়াম সম্পৰ্কে পৰিচয় আগবঢ়াইছে "এই কবি ওমৰ খয়াম খোৰাচান প্ৰদেশৰ নিচাপুৰত কেতিয়াবা উপজিছিল কোনেও সঠিককৈ কব নোৱাৰে। মাথোন বহুতে ভাবে যে খৃষ্টীয়

একাদশ শতাব্দীৰ শেহভাগতে তেওঁৰ জন্ম হৈছিল। ছাত্ৰ অৱস্থাত তেওঁ নিচাপুৰৰ বিখ্যাত অধ্যাপক ইমাম মোৱাফিকৰ চৰণ-তলত বিদ্যা অৰ্জন কৰিছিল। লৰাকালৰে পৰা তেওঁ গণিতৰ অধ্যয়নত বেছি মন দিছিল আৰু অকলে অকলে বহি গ্ৰহ-নক্ষত্ৰৰ গতি-বিধি পৰ্যাবেক্ষণ কৰিবলৈ ভাল পাইছিল। ছাত্ৰৱস্থাত ওমৰে দুজন বন্ধু লাভ কৰিছিল, এজন খোৰাচানৰ শাসনকৰ্ত্তা আলপ আচিলনাৰ প্ৰধান মন্ত্ৰী "চিয়াচৎ নামা"ৰ লেখক বুৰঞ্জী বিখ্যাত নিজামলমুলক্ আৰু আনজন হাছান বেন চাৰ্বা। যদিও শেহৰ জনক নিয়তিৰ চক্ৰই আনফালে টানি নিলে—তেওঁ ৰাজনৈতিক ষড়যন্ত্ৰৰ আৰু মৰামৰি কটাকটিৰ কাৰণে বুৰঞ্জীৰ পাতত হাছান বেনচাব্ব্া *The assasin* বুলি বিখ্যাত হৈছিল।

ইয়াৰ বাহিৰে তেওঁৰ পাৰিবাৰিক জীৱন সম্বন্ধে আন একো জানিবৰ উপায় নাই। তেওঁৰ লিখাৰ পৰা বুজিব পাৰি যে ধৰ্ম সমন্ধীয় আলোচনাত তেওঁ বৰ স্বাধীনচেতা আছিল। তেওঁৰ শাস্ত্ৰীয় সাধুকথাত বা কোনো আচাৰগত পুজা-পদ্ধতিত বৰ আস্থা নাছিল। কোনো ক্ৰিয়া-কাণ্ডৰে বা ব্ৰত উপবাসেৰে ঈশ্বৰৰ মনত সন্তোষ দিব পাৰে বুলি বিশ্বাস নকৰিছিল।"

ইতিহাসৰ বহু বিতৰ্কিত নায়ক ওমৰ ধাৰ্মিক আছিল নে নাস্তিক আছিল এই প্ৰশ্ন আন বহুতো অনুসন্ধিৎসু পাঠকৰ দৰেই দুৰ্বাৰ মনলৈ অহাটোও অতি স্বাভাৱিক। অৱশ্যে এই অন্তৰ্দ্বন্দৰ ভাব তেওঁ নিজৰ জ্ঞান আৰু যুক্তিৰ বলেৰে খণ্ডন কৰিছে। "এতিয়া কথা উঠিব পাৰে ওমৰ খায়াম নাস্তিক আছিল নেকি ? "এই কথা ঠিক কৰি কোৱা টান। মাজে মাজে কিছুমান কবিতা পঢ়ি বুজা যায় যে শাস্ত্ৰীয় আচাৰ-ব্যৱহাৰত তেওঁৰ বিশ্বাস নাথাকিলেও অনন্ত শক্তিক মূলশক্তি পৰমেশ্বৰৰ ওপৰত তেওঁৰ বিশ্বাস আছিল আৰু সেই বিশ্বৰ মূলীভূত মহাশক্তিকে তেওঁৰ শিষ্যবিলাকক উপাসনাৰ শিক্ষা দিছিল



আৰু বুঢ়াকালত ধৰ্মকাৰ্য্যত মনোনিবেশ কৰিছিল বুলিও শুনা যায়। তেওঁৰ লিখাত আছে, : *Allah Our Lord is merciful though just ; Sinner despair not, but his mercy trust ; For though to-day you perish in your sins Tomorrow He will absolve your Crumbling dust Sure of thy grace, for sins why need I fear ; How can the pilgrim faint whilst thou art near? On the last day they grace will wash me white And make my black record to disappear.* ইয়াৰ পৰাই জানো বুজিব নোৱাৰি যে ওমৰ খায়াম প্ৰকৃততে নাস্তিক নাছিল।" (বাঁহী, ১৮৪৬ শক, মাঘ) ওমৰৰ চিন্তাগধুৰ তত্ব আৰু সুগভীৰ জীৱন দৰ্শন দুৰ্বাই অতি সহজ ভাষাৰে অসমৰ সুধীসমাজৰ বাবে আগবঢ়াই দিবৰ বাবে যত্নৰ ত্ৰুটি কৰা নাই।

'ওমৰ তীৰ্থ' পাৰস্য কবি ওমৰ খায়ামৰ এশ পাঁচটা ৰুবায়তৰ অসমীয়া ভাঙনি। ওমৰৰ বিশ্বজনীন ভাব ধাৰাই দুৰ্বাক মুগ্ধ কৰিছিল। সেয়েহে ওমৰ তীৰ্থৰ পাতনিত কবিজনাই উল্লেখ কৰিছে— "এই সুৰতে মুগ্ধ হৈ আজি আমি অসমীয়া ৰাইজৰ ওচৰত নিজৰ ক্ষুদ্ৰ শক্তিকে ওমৰৰ ভাবৰ এটি চানেকি, এটি ছাঁ দাঙি ধৰিব খুজিছো।"

সুৰাৰ পিয়লাটি ওমৰৰ সত্যান্বেষী প্ৰাণৰ অখণ্ড জ্যোতি স্বৰূপ। সেই জ্যোতিত অৱগাহন কৰি মানুহে পৰম শান্তি লাভ কৰিব পাৰে। কিন্তু দুৰ্ভাগ্যৰ বিষয় এয়ে যে ইয়াৰ লগত চিনাকী নোহোৱাকৈয়ে মানুহে জীৱন নিপাত কৰে।

"ধৰা প্ৰিয়তম প্ৰাণৰ পিয়লা
জীৱন মদিৰা ভৰাই দিয়া,
অতীত ভবিষ্য শোক দুখ ভয়
আজিৰ ভাবনা উটাই দিয়া।"

ওমৰৰ পৃথিবীত কেৱল বৰ্তমান সত্য। অতীত-ভবিষ্যতৰ চিন্তা

বিলাস ভাবনা মাত্র। বৰ্ত্তমান সত্য, সত্যই পোহৰ। "ওমৰে আমাক সত্যৰ আভাস দিছে—এয়ে তেওঁৰ শ্ৰেষ্ঠ দান। এটি গভীৰ বিষাদ, এটি গভীৰ কাৰুণ্যপূৰ্ণ তেওঁৰ কবিতাৰ ৰাশি। প্ৰশ্ন, অনন্ত প্ৰশ্ন কিন্তু উত্তৰ ক'ত।" বিস্ময়কৰ আত্মিক উপলব্ধিৰ ভেটিতেই সৃষ্টি হৈছিল ওমৰ খায়াম। কিন্তু বহুবছৰলৈ পৃথিবীৰ মানুহৰ মাজত এই পুথিখনি প্ৰকাশ হোৱা নাছিল আৰু সেয়েহে প্ৰচাৰো তেনেকৈ নাছিল। কিন্তু এৰ্ডোৱাড ফিটজেৰাল্ড নামৰ এজন ইংৰাজ ভদ্ৰলোকে ৰুবায়ত সমূহ ইংৰাজীলৈ ভাঙনি কৰাৰ লগে লগেই গোটেই পৃথিবী জুৰি এক আলোড়নৰ সৃষ্টি হ'ল। ওমৰৰ সম্পৰ্কে মানুহৰ অনেক কৌতূহল হ'ল। সৰ্বসাধাৰণ মানুহৰ হাঁহি আৰু অশ্ৰু তথ্য অলেখ অন্তৰ্দ্বন্দৰ ভাবেৰে সিক্ত ৰুবায়ত সমূহ মানুহে আওৰাবলৈ লাগিল। অসমবাসীৰ সৌভাগ্য এয়ে যে সদায় নিজৰ জগতৰ চাৰিসীমাৰ মাজতে আবদ্ধ থকা দুৱৰাও এদিন এনে এক পৰিস্থিতিৰ মুখামুখি হল। দুৱৰা তেতিয়া কলিকতাৰ ল কলেজৰ ছাত্ৰ। তেওঁ এদিন ইংৰাজ কবি ৱাৰ্ডছৱৰ্থৰ বিষয়ে কিতাপ এখন পঢ়ি থকা দেখি এগৰাকী সহপাঠী বন্ধুৱে সুধিলে "আপুনি খায়ামৰ ৰুবাইয়াত, পঢ়িছেনে? নাই পঢ়া? জ্যাদা উমদা চিজ হায়।"

কথাবাৰে বৰকৈ মন পৰশিব নোৱাৰিলেও দুৱৰাই বন্ধুৰ অনুৰোধ এৰাব নোৱাৰি কিতাপৰ দোকান দাসগুপ্ত এণ্ড কোম্পানীত উপস্থিত হ'লগৈ। তাত দেখিলে কিতাপখনৰ নাম "পাৰস্যৰ জ্যোতিৰ্বিদ কবি ওমৰ খায়ামৰ ৰুবাইয়াত।" জ্যোতিৰ্বিদ এজনা কেনেকৈ কবি হব পাৰে? দুৱৰাই আশ্চৰ্য্য প্ৰকাশ কৰি সেইদিনা উভটি আহিল। মনৰ কৌতূহল দমাব নোৱাৰি দ্বিতীয়দিনা তেওঁ গৈ কিতাপখন কিনি আনিলেগৈ। এইখনেই আছিল ফিটজেৰাল্ডৰ বিখ্যাত ইংৰাজী অনুবাদ। এই পুথিখনিৰ আৰম্ভণিৰ পৰা শেষলৈকে মানব জাতিৰ উদেশ্যে কেৱল প্ৰেমৰ বাণী উচ্চাৰিত হৈছে। এই বাণীয়ে হাজাৰ বছৰীয়া



পুৰণি সংৰক্ষণশীল সমাজৰ ভেটি লৰাই দিবও পাৰে। ওমৰৰ দুঃসাহস দেখি দুৱৰা আটাইতকৈ বিস্মিত হ'ল। ওমৰে কৈছে "মই যদি নিজে আল্লা হলোহেতেন, এই পৃথিৱী, এই আস্মান, এই ব্ৰহ্মাণ্ডখন নতুন ৰূপেৰে সৃষ্টি কৰি মানুহক আত্মাৰ পৰিতৃপ্তিৰে সুখকেই আস্বাদান কৰিবলৈ দিলোহেঁতেন।" নোকোৱাই ভাল যে ফিটজেৰাল্ডৰ দ্বাৰা অনূদিত ওমৰ খায়ামে দুৱৰাক অন্য এজন মানুহলৈ ৰূপান্তৰিত কৰিলে। সেয়েহে ১৯৫৫ খৃঃৰ ডিচেম্বৰ মাহত গুৱাহাটীত অনুষ্ঠিত অসম সাহিত্য সভাৰ সভাপতিৰূপে বৰণ কৰি আন এগৰাকী প্ৰাক্তন সভাপতি, বুৰঞ্জীবিদ ড° সূৰ্য্যকুমাৰ ভূঞা ডাঙৰীয়াই দুৱৰাক সম্ভাষণ জনাই কৈছিল "কবি দুৱৰা এজন কবিয়েই নহয়, তেওঁৰ জীৱনটোৱেই এটি দীঘলীয়া কবিতা।"

সৌন্দৰ্য্যপ্ৰয়াসী কবি, জ্যোতিৰ্বিদ ওমৰৰ কথা পঢ়ি "ওমৰ তীৰ্থৰ পাতনিত দুৱৰাই লিখিলে "সকলোতকৈ শ্ৰেষ্ঠ পদাৰ্থ ওমৰৰ মাজেদি প্ৰকাশ পাইছে, ওমৰৰ হৃদয়ৰ গভীৰতম প্ৰদেশৰ পৰা উঠা প্ৰাণ-স্পৰ্শী তীব্ৰ কৰুণ সুৰ। সেই সুৰ শুনি মানুহ চমকি ৰয়, ভাবে যেন কৰবাত শুনিছে আৰু বাহিৰৰ জঞ্জাল নিস্তব্ধ হ'লেই নিজৰ প্ৰাণতে এই সুৰ বাজি উঠা শুনে। এয়ে ওমৰৰ বিশ্বজনীন ভাব।" এই ভাবৰ সৈতে অন্তৰঙ্গতা গঢ়ি তুলি একে সুৰতে সুৰ মিলাই আন এখন পুথি ৰচনা কৰিবলৈ লোৱাটোও যিকেনো সাধাৰণ পাঠকৰ বাবে সহজ কথা নহয়।

দেশী-বিদেশী অনেক সাহিত্যত অৱগাহন কৰি পাণ্ডিত্য লাভ কৰা সেই সময়ৰ অনেক কবি-সাহিত্যিকৰ মাজত দুৱৰা আছিল এক মধুৰ ব্যতিক্ৰম। দুৱৰাৰ কাব্য-কৃতি সম্পৰ্কে ডঃ বিৰিঞ্চিকুমাৰ বৰুৱা দেৱে "বনফুল'ৰ পাতনিত লিখিছিল যে "তেওঁৰ প্ৰতিটো কবিতাতে কাব্যতকৈ কবিৰ পৰিচয় অধিকভাবে পৰিস্ফুট। প্ৰতিফাকি কবিতা হৃদয় বীণৰ ঝঙ্কাৰহে মাথোন।" এইষাৰ কথা অস্বীকাৰ কৰিব নোৱাৰি।

কিন্তু সেই সময়ৰ সমাজ জীৱনৰ কোনো বিস্ময়ৰ ঘটনা প্ৰবাহ, কোনো দায়বদ্ধতাই স্পৰ্শ নকৰা আত্মবিভোৰ কবি বুলি ইমানদিনে দুৰ্বাৰ নামত যি সমালোচনাৰ প্ৰবাহ চলি আছিল, "ওমৰ তীৰ্থই সেই প্ৰবাহৰ সন্মুখত প্ৰধান প্ৰতিবন্ধক হৈ থিয় দিলে। ওমৰে অহৰ্নিশে চিন্তা কৰা বৃহত্তৰ সমাজখন, সুবিশাল জ্ঞানৰ ভাণ্ডাৰ আকাশখনে দুৰ্বাৰ মানসপটত কোনোকালে মচিব নোৱাৰাকৈ এখনি অনিন্দ্য সুন্দৰ ছবি দাঙি ধৰিলে। অসমৰ সুগন্ধি মাটিত অসমৰ গছ-গছনিত অলেখ পখিলাই যেন একেলগে জাকি মাৰি উঠিল।

"ওমৰ-তীৰ্থ"ৰ সৃষ্টি কেনেকৈ হৈছিল, কিখিনি পৰিস্থিতিৰ মাজেৰে কবিজনাই বাট বুলিছিল এই বিষয়ে "মোৰ কৰলগীয়া দুআষাৰমানও সুধীসমাজৰ বাবে সকলোখিনি কথা ব্যক্ত কৰি গৈছেঃ 'স্বৰ্গীয় তৰুণৰাম ফুকনে মোক বৰ মৰম কৰিছিল, তেখেতে মোক দেখিলেই বগা পঞ্জাবী-টোৰপৰা হাতখন উলিয়াই প্ৰায়েই কয়—"চাওঁদিয়া তাৰ মানে এটি কবিতা দিয়া। সেই দেখি তেখেতৰ কাৰণে মই লগত সদায় প্ৰায়েই এটা বা দুটা কবিতা লৈ ফুৰাওঁ। এদিনাখন মই তেখেতক কৈছিলো আপুনি মোক সদায় দিয়া দিয়া কৰে মোকো আপুনি দিব লাগিব।" দুৰ্বাৰ অনুৰোধমৰ্মে তৰুণৰাম ফুকনে খোদা বক্স চাহাবলৈ এখন চিঠি লিখি দিলে আৰু সেইখন লৈ দুৰ্বা কামত আগবাঢ়িল। খোদা বক্স চাহাবে তেওঁক সুফীবাদ সম্পৰ্কে খৰচি মাৰি বুজাই দিলে। ইয়াৰোপৰি লক্ষ্মীধৰ শৰ্মাৰ অন্তৰঙ্গ বন্ধু ইচমাইলৰ দেউতাকেও দুৰ্বাক এই সম্পৰ্কে অনেক কথাৰ সন্ধান দিছিল। এইখিনি সমল স্বৰূপেলৈ চুফীবাদী চিন্তাৰ যিমানখিনি আয়ত্ব কৰিব পাৰিলে, সিমানখিনিক অলপ অলপকৈ লিখিবলৈ ধৰিলে। অনুবাদ হলেও ওমৰৰ কবিতা তথা ফাৰ্চীকাব্যৰ আদি চুফী কবি অমৰ কবি ওমৰৰ ভাৱৰাশি প্ৰথমবাৰৰ বাবে "ওমৰ-তীৰ্থৰ যোগেদিয়েই অসমীয়া সাহিত্যত প্ৰবেশ কৰিলে। ইমানদিনে আলেঙে



আলেঙে ঘূৰি ফুৰা দুৰ্বাক "ওমৰ তীৰ্থ"ই অসমীয়া সমাজৰ ওচৰ চপাই আনিলে। আগতেই কৈ অহা হৈছে যে ফিটজেৰাল্ডৰ ইংৰাজী "*Rubaiyat of Omar Khayyam*"কেই ভিত্তি কৰি দুৰ্বাই "ওমৰ-তীৰ্থ" খনি অনুবাদ কৰিছিল। মূল পুথিখনৰ কথাবোৰ ফিট-জেৰাল্ডেও আক্ষৰিক অনুবাদ কৰা নাছিল। সেয়েহে অনুবাদ কৰোতে দুৰ্বাইও মূলৰ সিমান ওচৰ চাপিব পৰা নাই বুলি বহুতেই অনুমান কৰে। তথাপি "ওমৰ-তীৰ্থ"ও নিজৰ মৌলিক প্ৰতিভাৰ প্ৰয়োগ কৰাৰ ক্ষেত্ৰত যত্নৰ ক্ৰুটি নকৰিলে।

ফাৰ্চীভাষাত ৰুবায়তৰ অৰ্থ হল চাৰিশৰীয়া কবিতা "ৰুবায়ত" শব্দটো সাধাৰণতে একবচনত ব্যৱহাৰ হয় আৰু বহু বচনত কোৱা হয় "ৰুবায়ী। এই ৰুবায়ী সমূহত প্ৰায়েই প্ৰথম, দ্বিতীয় আৰু চতুৰ্থ শাৰী ছন্দৰ মিল দেখা যায়। তৃতীয় শাৰী স্বতন্ত্ৰভাৱে থাকে। উল্লেযোগ্য কথা যে এনে ফাৰ্চী কবিতাৰ অনুকৰণতেই ইংৰাজ কবি ফিটজেৰাল্ডে ছন্দবদ্ধ কৰিছিল। যেনে:

*Here with a loaf of Bread beneath the Bough,*
*A Flask of wine, a Book of verse and Thou*
*Beside me singing in the Wilderness*
*And wildernes is Paradise enow.*

ছন্দবিচাৰত ককখক মিল থকা এই ৰুবায়তটি ককখখ ছন্দত দুৰ্বাই এনেদৰে সজাই তুলিলে—সেই নিৰলাত থাকিম নিজানে

কাষত তোমাৰ মধুৰ গান
ৰুটি এটুকুৰা সুৰাৰ পিয়লা
কবিতা কুঁৱৰী আকুল প্ৰাণ।
সি সুৰ পুৰীৰ এয়েই সপোন
এয়ে হৃদয়ৰ কামনা মোৰ
মৰুৰ মাজত নামিব সৰগ
জীৱন যাতনা পৰবি ওৰ।

কোনো ক্ষেত্রত ছুব্ৰাৰ অসমীয়া অনুবাদে অতি সাৱলীল আৰু সুন্দৰ হৈছে। যেনে পাপ পূণ্যৰ বিচাৰ অস্বীকাৰ কৰি অদৃষ্টবাদী ওমৰে কৈছে—

*The Moving Finger writes ; and having writ;*
*Moves on : nor all they piety nor wit*
*Shall lure it back to cancel half a Line,*
*Nor all they Tears wash out a word of it,*

ফিটজেৰাল্ডৰ এই পংক্তি ছুব্ৰাই এনেদৰে অনুবাদ কৰিছে—

নিয়তিৰ নিজ হাতেৰে যিদিনা
কপালত সিটি লিখিলে আহি
নাই লৰচৰ সেই আখৰৰ
সিদৰে জীৱন চলিব ভাহি।
চকুৰ পানীৰে নৈ বৈ যক
হিয়া যদি ভাগে শোকতে হায়
তথাপিতো জানো পাৰেনে গুচাব
কপলাৰ ছাপ লগতে যায়।

ছুব্ৰাই কিন্তু ইংৰাজী প্ৰতিটো কবিতাৰে সম্পূৰ্ণ আক্ষৰিক অনুবাদ কৰা নাই, কেতিয়াবা ভাবানুবাদহে কৰিছে মাথো। যেনে পৃথিবীৰ আদি মানৱ আদাম আৰু ইভৰ কাহিনী বৰ্ণনা কৰি ফিটজেৰাল্ডে ওমৰৰ ৰুবায়তটি এনেদৰে লিখিছে—

*Oh Thou, who Man of baser Earth didst make*
*And who with Eden didst devise Snake,*
*For all the sin wherewith the Face of Man*
*Is blacken'd mas's Forgiveness give and take:*

কোনো ধৰণৰ জটিলতাৰ অৱতাৰণা নকৰাকৈ অসমীয়া পাঠক সমাজক এইখিনি কথা ছুব্ৰাই অতি সহজ ভাষাত বুজাই দিলে—

মাটিৰ মানুহ সৰজিলা তুমি
পাপৰ কালিমা তুমিয়ে দিলা
অসীম অনন্ত বিশ্বজগতত
দেখিলো পঞ্চভূতৰ লীলা।
পাপৰ ছায়াটি ঘূৰি দিনে ৰাতি
আবৰি ধৰিছে মৰত ভূমি
মানুহে তোমাক ক্ষমিছে দেৱতা
মানুহকো দেব ক্ষমিবা তুমি।

হেম বৰুৱাই "ওমৰ তীৰ্থ" ৰ সম্পৰ্কত কৈছে "ছন্দ প্ৰয়োগৰ ফালৰ পৰা চাবলৈ গ'লে ছুব্ৰাৰ ছন্দৰ গতি ক্ষিপ্ৰ। লয়লাস সোৱাদ লগা যদিও উৰণীয়া ইয়াত আছে কিশোৰীৰ চঞ্চল পদধ্বনি।—মূলছন্দৰ গতি ধীৰ, মন্দাক্ৰান্তা প্ৰায়। এইখিনিতে "ওমৰ তীৰ্থ" আৰু "ওমৰ খায়াম'ৰ পাৰ্থক্য।"

ওমৰৰ ভাৱধাৰা সম্পৰ্কে ছুব্ৰাই কৈছে যে ঈশ্বৰ সকলো সময়তে আমাৰ লগতেই থাকে আৰু আমি সংসাৰৰ ব্যস্ততাৰ বাবে বহুত সময়ত তেওঁলৈ পাহৰি যাও। কিন্তু যেতিয়া সংসাৰী মানুহে চেতনা ঘূৰি অহাৰ পাছত এই সম্পৰ্কে অনুতাপ কৰে তেতিয়া ঈশ্বৰে কয়, মই সদায় তোমাৰ লগতেই আছিলো। তুমিহে মোলৈ পাহৰি গৈছিলা। তেতিয়াই আত্মা-পৰমাত্মাৰ মিলন হয়।" প্ৰকৃততে মানুহ জীৱনৰ ভ্ৰমণ পথত তীৰ্থযাত্ৰী। ই এক নিৰৱচ্ছিন্ন ভ্ৰমণ। জন্মৰ মুহূৰ্ত্তৰ পৰা মৃত্যুৰ মুহূৰ্ত্তলৈকে মানুহ কৰ্মক্ষেত্ৰৰ এজন তীৰ্থযাত্ৰী। দেহাটো এটা অতিথিশালাৰ নিচিনা। মনটো অতিথি শালাত পহৰা দিয়া চকিদাৰৰ নিচিনা। জীৱটো তীৰ্থযাত্ৰী। সেই কাৰণে যাত্ৰী পহৰাদাৰ আৰু অতিথিশালাৰ মাজৰ সম্পৰ্ক শিথিল আৰু ক্ষণস্থায়ী। কিন্তু এই জীৱৰ উৎপত্তিস্থান কি? ভাগৱত গীতাত

ভগৱান কৃষ্ণই কৈছে "মমৈবম্ শো জীৱলোকে জীৱভূতঃ সনাতন" অর্থাৎ সকলো প্রাণীৰে মোতেই উৎপত্তি, সিহঁত মোৰেই অংশ সিহঁত জুইৰ ফিৰিঙতিৰ নিচিনা।" গতিকে ঈশ্বৰেই উৎস, সকলোৰে উৎপত্তিস্থান, ঈশ্বৰক পুনৰ নাপালে কোনেও সুখ-শান্তি নাপায়। আত্মিদ মৰ্য্যদা অর্থাৎ মূল উৎস পুনঃ পাবই লাগিব। ইন্না লিল্লা হেই ওৱা ইন্ ইল্লাইহেই ৰা-জে-উন— সকলো ভগৱানৰ পৰাই আহে আৰু পুনঃ তেওঁলৈকে ঘূৰি যায়।

"পিয়লাটি মোৰ ধৰাহি মুখত
আহা প্রাণ সখা সময় নাই
পাখি মেলি সৌ জীৱন পখিটি
অনন্তৰ পিনে উৰি যে যায়!"

'ওমৰ-খায়াম'ত গদ্যৰ ভাষাৰে ডুৱৰাই লিখিলে "এই সংসাৰৰ গতি চিৰকাল এনেদৰে চলি আহিছে আৰু চলিয়েই থাকিব। জগতত ধুমুহা বা মানুহৰ বিনাই-বিপত্তিলৈ ভ্ৰূক্ষেপ কৰিবৰ সময় নাই, তাৰ অপ্রতিহত গতিত কাৰো বাধা দিবৰ শক্তি নাই। কিছুমানে কয় যে সৃষ্টিৰ গুৰিতে ঈশ্বৰত মঙ্গলময় শক্তি নিহিত আছে আৰু সৃষ্টিৰ প্ৰত্যেক ঘটনাতে সেই শক্তিৰ বিকাশ দেখিবলৈ পোৱা যায়। যেনে শ্যেক্সপিয়েৰে কয়: *There's divinity shapes one's ends rough hew them how we will.*

ই যদি মঙ্গলময় শক্তি হয় "*divinity*" হয় তেন্তে ইয়াৰ কামবোৰ মঙ্গলময় নহয় কিয়? জগতত অনাদি কালৰপৰা কিয় এই ধ্বংসৰ লীলা চলি আহিছে? যি আজি নিজৰ গৌৰৱত গৌৰৱান্বিত হৈ ৰংমনেৰে জগতত নাচি ফুৰিছে, সিয়ে হয়তো কাইলৈ মাটিত পৰি ছটফটাই নিজৰ অতীত গৌৰৱক মাটিৰ লগতে মিহলাই দিছে। মৃত্যুৱেই জীৱনৰ শেষ পৰিণাম। তাৰ হাত সাৰিবৰ উপায় নাই। মিছা সেই শক্তিৰ ওচৰত কাতৰ প্রার্থনা—মিছা তাৰ কাষত সুখৰ



আকুল কামনা—মিছা পুণ্যৰ পুৰস্কাৰ—মিছা পাপৰ প্রায়শ্চিত্ত।

তেনে ইকি সচাকৈয়ে অচেতন শক্তি? ওমৰ খৈয়ামে কয় যে এই শক্তি অচেতন নহয়, অজ্ঞান নহয়, ই এক সজাগ শক্তি। জগতৰ এক স্বেচ্ছাচাৰী অভিনেতা—নিজৰ ইচ্ছাতে ভাঙিছে—গঢ়িছে নিজৰ ইচ্ছামতে ৰং-ধেমালি কৰিছে, নিজক লৈয়ে নিজে মত্ত আছে। ই যদি এক অচেতন শক্তি হ'লেহেতেঁন, তেন্তে সৃষ্টিৰ চেতনাৰ সঞ্চাৰ নাথাকিলেহেতেন আৰু এনে শৃঙ্খলা বিৰাজ নকৰিলেহেঁতেন। অচেতন শক্তিয়ে কেনেকৈ সৃষ্টিৰ ভিতৰত এনে সৌন্দৰ্য্যৰ সমাবেশ কৰিব? জ্যোতিৰ্বিদ ওমৰে এই শক্তিক কেতিয়াও অচেতন বুলি নকয়। তেওঁ কয় এই সৌন্দৰ্য্যময়ী, জগতৰ এই লীলা-বৈচিত্র স্রষ্টাৰ নিজৰ সুখৰ কাৰণে, তোমাৰ মোৰ কাৰণে নহয়। আমি তেওঁৰ সঁজুলি মাথোন।"

ওমৰৰ চৰিত্ৰ আৰু মতাবাদসমূহৰ ৰহস্যময়তাক নিৰ্মল ৰ'দৰ পোহৰত আনি স্পষ্টকৈ দেখুৱাব পৰাতেই যতীন্দ্ৰনাথ ডুৱৰাৰ কৃতিত্ব। আধা ছাঁ আধা পোহৰত দোদুল্যমান হৈ থকা ওমৰৰ হৃদয়ৰ অতল গহ্বৰলৈ তেওঁ যেন কুৰুকি কুৰুকি সোমাই গৈছিল, আৰু তাৰ পৰাই পৃথিৱীৰ মানুহৰ কাৰণে সাধ্যমানে কঢ়িয়াই আনিছিল অলেখ মণি-মুকুতাৰ সম্ভাৰ।

অসন্তুষ্টি যাতনাই একোজন সৃষ্টিশীল মানুহক মহৎ কৰে, এক ধৰণৰ সাহস আৰু প্ৰেৰণা প্ৰদান কৰে। আধ্যাত্মিকতাৰ দেশ এই ভাৰতবৰ্ষত ব্যাসদেৱৰ দৰে বিশাল সম্ভাৱনাপূৰ্ণ কবিজনাও এদিন এনে যাতনাৰ সৈতে মুখামুখি হৈছিল। ওমৰ-তীৰ্থৰ গুৰি কথা" প্রবন্ধত ড° প্রফুল্ল দত্ত গোস্বামীয়ে ডুৱৰাৰ সম্পৰ্কেও এনেধৰণে কথাখিনি ব্যক্ত কৰিছে। "কবিয়ে বুজিলে তেওঁৰ আপোন সুৰ" বিচাৰি পোৱা নাই। ওমৰৰ প্ৰকৃত সত্তা যেন তেওঁৰ ছন্দত ধৰা নপৰিল। এদিন গধূলি কাৰ্জন পাৰ্কত বহি আছিল, এই বিলাকেই ভবা-চিন্তা কৰি

এনেতে অকস্মাৎ তেওঁৰ মনত বিজুলিয়াই গ'ল ওমৰ-তীৰ্থৰ প্ৰাণময় চঞ্চল ছন্দ।

"সোণালী ৰথত আলোকি বিমান
মাৰিলে স্নুকুযে সোণৰ কাঁড়
পলাল আন্ধাৰ হৰিণীয়ে যেন
হয় নিমিষতে চকুৰ আঁৰ।

শঙ্কৰ-মাধৱৰ কৃষ্টি-ঐতিহ্যৰ লালিত-পালিত অসমৰ সন্তান দুৱৰাৰ স্বাভাৱিকতেই বৰ গীতৰ সৈতে আছিল এক অন্তৰঙ্গ সম্পৰ্ক। ওমৰ তীৰ্থৰ উপৰোক্ত কবিতাৰ শাৰী পঢ়ি ভাব হয় নিজৰ অজানিতে কবি-জনাই তেওঁৰ হৃদয়-মঞ্চত অহৰহ গুণাগুণাইছিল মহাপুৰুষ মাধৱদেৱৰ বৰগীতৰ সেই আশ্চৰ্য্যমধুৰ স্নুৰধ্বনি :

ৰজনীবিদূৰ দিশে ধৱলি বৰণ
তিমিৰ ফেৰিয়া ৰাজে ৰবিৰ কিৰণ
শতপত্ৰ বিকশিত ভ্ৰমৰা উৰাই
ব্ৰজ বধূ দধি মথে তুৱা গুণ গাই।

পোহৰৰ জয়বাদ্য বাজি উঠাৰ লগে লগে পৃথিৱীলৈ নামি আহিছে শান্তি আৰু আনন্দৰ বাৰ্তা। অমৃতবৰষা সেই ঐশ্বৰিক কণ্ঠ ধ্বনি শুনি মাটিৰ মানুহে সাৰ পাই উঠিছে। কাৰণ প্ৰত্যেকটো জ্ঞানেন্দ্ৰিয় ভগৱানে আমাক দান কৰিছে এটা বিশেষ উদ্দেশ্যৰে। আমাক চকু দিছে প্ৰকৃতিৰ সৌন্দৰ্য্য আৰু দৈৱিক সৌন্দৰ্য্য উপভোগ কৰিবলৈ। উপনিষদত সেয়েহে ইন্দ্ৰিয়সমূহক "মন্ত্ৰ" বুলি উল্লেখ কৰিছে। 'মন্ত্ৰ' মানে জোখ। ইন্দ্ৰিয়বিলাকে নিৰ্ধাৰক (*assesser*) হিচাপে কাম কৰে। কিন্তু "নদীনাম সাগৰ গতিঃ—" অৰ্থাৎ সকলো নদী যেনেকৈ সাগৰত পৰে, তেনেকৈ সকলোধৰণৰ শিক্ষাই পূৰ্ণতা লাভ কৰে তেতিয়াহে যেতিয়া ইয়াৰ সমাপ্তি ঘটে কেৱল আধ্যাত্মিক জ্ঞানত। "ওমৰ তীৰ্থ" ৰ পাতে পাতে পোৱা যায় এনে



আধ্যাত্মিক জ্ঞানৰ সন্ধান। এক পৰম কৌতূহল। ক্ষণভঙ্গুৰ মানৱ জীৱনৰ এক চিৎকাৰ।

আজিয়েই দিয়া কালিলৈ কিয়
কোনে জানে মোৰ কালি কি হ'ব
হাজাৰ হাজাৰ বছৰ বিয়পা
হয়তো অতীতে সামৰি থব।

মানৱ শৰীৰৰ বিষয়ে "দেহতি ইতিদেহ" বুলি কোৱা হয়, অৰ্থাৎ যাক পোৰা হয় বা দাহ কৰা হয়, তাকে দেহ বোলা হয়। কিন্তু সেয়েই সকলো নহয়। প্ৰকৃততে শৰীৰটো গোটেই জীৱন ধৰি সকলো সময়তে এক দহন প্ৰক্ৰিয়াৰ অধীন হৈ থাকে। ইয়াক দুখ আৰু শোকৰ জুইয়ে সদায় পুৰি থাকে। শৰীৰৰ আন এক সূত্ৰও আছে "শিৰতি ইতি শৰীতঃ অৰ্থাৎ অবিৰতভাৱে যি ক্ষয় হৈ থাকে সেয়ে শৰীৰ

ওমৰে কৈছে মানুহ সেয়েহে নিঃসহায়। নিয়তিৰ বিচাৰশালত মানুহ নিৰ্বাক নিস্পন্দ এক বন্দী মাথোন। "অন্ধ নিয়তিৰ অন্ধ বিশ্বাসত চলে মানুহৰ জীৱন ৰথ।"

তথাপি আশা এক সঞ্জীৱনী মন্ত্ৰ।

জীৱনৰ ৰন্ধ্ৰে ৰন্ধ্ৰে আছে আশাৰ মৌ-কোঁহ।

"মে লাল মুক্তা ৱস্ত ও চুৰাহি কাণ অস্ত।
জিগায় অস্ত পিয়ালাও চৰাবাশ জান অস্ত॥
আন্‌জামে বালাভৰিণ্‌ কে জে মায় খান্‌দান্‌ অস্ত॥

'ৰঙা মুকুতা গলিলে যি ৰঙ হ'ব, সেই ৰঙেৰে ৰঙীন তেজৰ মদিৰাৰে পূৰ্ণ আমাৰ জীৱন। আমাৰ দেহা এটি পিয়লা মাথোন সেই পিয়লাৰ কাণলৈকে বুদ বুদ তুলি উপচি থকা জীৱন মদিৰা! ক'ত আনন্দ, কত বিষাদ কত হাঁহি আৰু কত বেদনাশ্ৰুৰ বুদবুদ্‌ভৰা এই জীৱন মদিৰা! সেই চিৰাজীৰ পাত্ৰ ওঁঠলৈ তুলি লবলৈ কুণ্ঠিত নহবা (ওমৰ-খয়ামঃ প্ৰদীপ শইকীয়া)

কিন্তু তাৰ বাবে অধিক সময় মানুহৰ হাতত নাই। আধ্যাত্মিক জ্ঞানৰ পিয়লা অৰ্থাৎ "সুৰা" মানুহে অতি তৎপৰতাৰে গ্ৰহণ কৰা উচিত। ইয়াৰ অবিহনে মানুহৰ নিস্তাৰ নাই।

"ইয়াতে সকলো
ইয়াৰ সিপাৰে একোৱেই নাই
পান কৰা সখা থাকোঁতে জীৱন
নহলে জীৱন বিফলে যায়।"

১৯২৫ খৃঃৰ ১ জুনৰ সন্ধিয়াপৰত দুৰ্ৰাই ওমৰ-খয়াম অনুবাদ কৰিবলৈ আৰম্ভ কৰি ৬ জুনৰ দিনা সমাপ্ত কৰিলে। পুথিখনি ১০৫ টা স্তবকত ৰচনা কৰা হৈছে। এই পুথিখনিৰ সম্পৰ্কে নন্দ তালুকদাৰে মত প্ৰকাশ কৰিছিল "ওমৰ তীৰ্থৰ কবিতাৰাজি এডাল সুতাৰে গাঁথি লোৱা এধাৰি মণি। আনহাতে প্ৰতিটো মণিৰ নিজস্ব সৌন্দৰ্য্যৰ দৰে প্ৰত্যেকটো স্তবকেই অৰ্থ প্ৰকাশক স্বয়ং সম্পূৰ্ণ।
'ওমৰ তীৰ্থ' ৰচনাৰ মাজেদি দুৰ্ৰা আৰু ওমৰখয়াম এজনে আনজনৰ কোনে কাক বেছিকৈ বিখ্যাত কৰিলে সেই কথা কোৱা টান। কিন্তু এক নিৰ্দিষ্ট লক্ষ্যৰ প্ৰতি দুৰ্ৰাৰ প্ৰাণৰ ঐকান্তিকতাই তেওঁৰ চৰিত্ৰত মহত্ব প্ৰদান কৰিছে। স্পৰ্শকাতৰ অভিমানী দুৰ্ৰাই এজন সৌন্দৰ্য্যসন্ধানী চিন্তাবিদৰূপে প্ৰাণ পাই উঠিছে—"যেতিয়া সংসাৰৰ অন্যায় আৰু কল্পিত বান্ধোনে আমাক উৎপীড়িত কৰে, যেতিয়া বিবেক আৰু সংস্কাৰৰ সংঘৰ্ষণে হৃদয়ত তোলপাৰ লগাই দিয়ে, তেতিয়া পাপ-পুণ্যৰ তিৰস্কাৰ আৰু পুৰস্কাৰৰ ভেদ ধৰিব নোৱাৰি প্ৰাণ বিব্ৰত হৈ উঠে, যেতিয়া জীৱন মৰণৰ গভীৰ সমস্যাই অন্তৰ কঁপাই তোলে, তেতিয়া আমাৰ ওমৰৰ দৰ্শনৰ ছাত জুৰাবলৈ আগবাঢ়ি আহিবৰ মন যায়। তাতেই যেন প্ৰাণে শান্তি পায়। সেই সঙ্গীৰেই যেন মূৰ্ত্তিমতী হৈ প্ৰাণত শান্তিৰ ধাৰা বোৱাই দি জগতক মুগ্ধ কৰিছিলে, তেতিয়া ভাৱত বিভোৰ হৈ তেওঁৰ স্মৃতি লক্ষ্য কাৰ আবেগভৰা অন্তৰেৰে আমাৰ কবৰ মন যায়—



*Dear dear Sultan of Persian song*
*Familiar friend whom I loved so long,*
*Whose volumes made my pleasant hinding place*
*From this fantastic world of right and wrong*
*Alas ! for me alas ! for all who weep*
*And wonder at the silence dark and deep*
*That girdles round this little lamp in space*
*No wise than when Omar fell asleep*

*—Mc Cacthy*

**মই অতিকৈ ভাল পোৱা চিৰ পৰিচিত পাৰস্য সঙ্গীতৰ প্ৰিয় সম্ৰাটে সৃষ্টি কৰা যি সঙ্গীত, সেই সঙ্গীতৰ মাজতে মই ন্যায় অন্যায়েৰে পৰিপূৰ্ণ আশ্চৰ্য্যকৰ পৃথিৱীখনৰ পৰা নিজকে লুকাই ৰখাৰ এখনি মনোৰম ঠাই বিচাৰি পাওঁ। মহাকাশত থকা চাকিটোৰ চাৰিওফালে যেতিয়া নিস্তব্ধতা, আন্ধাৰ আৰু গভীৰতাই আৱৰি ধৰে, তেতিয়া মই আৰু পোহৰৰ বিচাৰি ব্যাকুল হৈ থকা মানুহখিনি আচৰিত হওঁ। সেই সময়ত পৰম জ্ঞানী ওমৰে উদ্বেগবিহীনভাবে গভীৰ নিদ্ৰাত নিমগ্ন হয়।**

## দুৰৰাৰ জীৱনৰ উল্লেখযোগ্য ঘটনাপ্ৰবাহ

এসময়ত শ্ৰীৰামকৃষ্ণ পৰমহংসৰ ওচৰলৈ কোনোবা এজন আহি বিলাপ কৰিছিল—"মোৰ মনটোৱে মোক কষ্ট দি আছে আৰু শান্তি দি আছে।" ৰামকৃষ্ণই এটা বৰ ৰসিকতাপূৰ্ণ উত্তৰ দিছিল "অ'! তোমাৰ মনটোৱে তোমাক বৰ কষ্ট দি আছে নেকি? তাক ধৰি মোৰ ওচৰলৈ লৈ আহাঁ। মই তাক শাস্তি দিম।" ৰামকৃষ্ণই মাথোন গুৰুত্ব দিব খুজিছিল যে মনটো কল্পনা মাত্ৰ আৰু কেৱল আমাৰ বাসনাই মনৰ ভূত সৃষ্টি কৰে। বাসনা জয় কৰিব পাৰিলে মন অদৃশ্য হৈ যাব। কিন্তু সাংসাৰিক মানুহৰ বাবে এইটো সিমান সহজ কথা নহয়। নিজৰ দুখৰ কাৰণবোৰ বুজি নোপোৱাটোৱেই মানুহৰ জীৱনৰ চৰম ব্যৰ্থতা। পৃথিবীখনৰ দৃষ্ট অভিজ্ঞতাবোৰ কেৱল আমাৰ মনৰ অভিক্ষেপণ (*Projection*) আৰু আমাৰ নিজৰ ভিতৰৰ ভাৱৰ প্ৰতিফলন। মনৰ ভাবেই পৃথিবীৰ ৰূপ নিৰ্দ্ধাৰণ কৰে। চশমাৰ গ্লাচৰ ৰঙে যেনেকৈ দৃষ্ট পৃথিবীখনৰ ছবি দাঙি ধৰে, ঠিক তেনেকুৱা। যাৰ হৃদয়ত উলাহ আৰু আনন্দৰ উচ্ছল নদী, তেওঁ পৃথিবীখনত পোহৰ দেখিব। অসমৰ ৰোমাণ্টিক যুগৰ জনপ্ৰিয় কবি যতীন্দ্ৰনাথ দুৱৰাই জীৱনৰ বাজআলিৰ পৰা মুঠি মুঠিকৈ কেৱল বিষাদ বুটলিলে।

"ইমান মৰম লগা ধুনীয়া লৰাটি। ভাবিছিলো ডাঙৰ হ'লে আৰু কিমান মোহলগা হব। সময়ৰ লগে লগে ডাঙৰ হৈ মোৰ সকলোখিনি লৈ মোক এৰি কেনিবা গুচি গ'ল। মোৰ এতিয়া একোৱেই নাই।" জীৱনে সাৰ পাই কলে "বেচ কৰিলে, চোৱাচোন মোৰ সময়খিনি তুমি কেনেকৈ অনাহকত নষ্ট কৰিলা!"

"এটি সৰু লৰা" নামৰ দুৱৰাৰ কথা-কবিতাটোৰ এই ভাবোচ্ছাস আৰু কথোপকথন যেন কবিজনৰ নিজৰ জীৱনৰেই প্ৰতিধ্বনি। "সঙ্গীহীন দিকভ্ৰান্ত বাটৰুৱাৰ আন্ধাৰ-মুধাৰপথ একোকে নমনে সন্মুখত স্মৃতিৰ শ্মশান" বুলি কবিয়ে জীৱনৰ অন্ধকাৰ দিনৰ কথা স্মৰণ কৰিছে। আত্মপৰিজনৰ মৃত্যুজনিত উপৰ্যুপৰি আঘাটে একুৰি আঠ-বছৰীয়া দুৱৰাক জুৰুলা কৰিছিল। মাথোন ন বছৰ বয়সতে পিতৃহাৰা হোৱা দুৱৰাই যেতিয়া চেনেহৰ মাতৃকো হেৰুৱাব লগা হল, তেতিয়া অতিশয় আঘাট পাইছিল। এই সম্পৰ্কে ৺ যতি নাৰায়ণ শৰ্মালৈ লিখিছিল "১৯২৭ চনৰ জগদ্ধাত্ৰী প্ৰতিমা বিসৰ্জ্জনৰ লগে লগে মোৰো সেই চেনেহৰ স্থূলীৰ বিসৰ্জ্জন হ'ল। সচাকৈয়ে এই মাতৃহৃদয়ে মৰতক সৰগৰ শাৰীলৈ তোলে" (কলিকতা ২৮।৯।৪১)। যতীন্দ্ৰনাথ দুৱৰাৰ জীৱনত নবৌৱেক কেইগৰাকীৰ ভূমিকাও নিচেই কম নাছিল। ১৯১৭ খৃঃত এদিনৰ অগা-পিচাকৈ মাতৃসমা দুগৰাকী বৌৱেকৰ মৃত্যু হয়। ডাঙৰগৰাকী পুৱা ৬-৩০ বজাত আৰু মাজুগৰাকী নিশা ২-৩০ বজাত—এনে আকস্মিক মৃত্যুৱে দুৱৰাক প্ৰচণ্ড শোকৰ গৰাহত পেলাইছিল। পিছত মাজু ককায়েক ললিত দুৱৰাৰো লোকান্তৰ হ'ল। কিন্তু এয়াই শেষ নাছিল। ১৯৩০ খৃষ্টাব্দত তেওঁৰ কাণসমনীয়া ককায়েক কুঞ্জলাল দুৱৰাৰ মৃত্যুৰ বাতৰি কঢ়িয়াই অনা হল। দুৱৰাৰ একান্ত শুভাকাঙ্খী পিতৃতুল্য ব্যক্তি লক্ষ্মীনাথ বেজবৰুৱাই দুৱৰালৈ লিখিলে "যতীন্দ্ৰ, বেজাৰ নকৰিবা। সকলোৰে যাত্ৰা অগা-পিছা মাথো। ঈশ্বৰে তোমাৰ মঙ্গল কৰক।" (পত্ৰলেখাঃ সম্পাদনা ড° মহেশ্বৰ নেওগ)

আত্মীয়-স্বজনৰ বিষাদ বাতৰি বুকুত বান্ধি লৈ ফুৰা দুৱৰা নিজেই এদিন ভয়াবহ মটৰ দুৰ্ঘটনাৰ সন্মুখীন হ'ল। সেয়া ঘটিছিল ১৯৩৩ চনৰ ৪ এপ্ৰিলত। দুৱৰা তেতিয়া কলিকতাত। ট্ৰামৰপৰা নামি খোজ কাঢ়োঁতেই এখন মটৰ গাড়ীয়ে দুৱৰাক খুন্দা মাৰি থৈ যায়। ("আমাৰ বাপুতা": বসন্তলাল দুৱৰা) এই দুৰ্ঘটনাৰ পাছৰ পৰাই বাজআলিত দুৱৰাই সদায় সাৱধান। দূৰৰ পৰাই মটৰ

এখন অহা দেখিলে একেবাৰে নৰ্দমাৰ কাষলৈ নামি যায়। যেন কোনোকালে মটৰ নেদেখা মানুহহে। আৰু কয় "মোৰ এই মটৰ-বোৰক যমতকৈও বেছি ভয় লাগে।" তুৰবাৰ সান্নিধ্যলৈ অহা অনেক মানুহে এই অস্বাভাৱিক ভয়ৰ কথা লক্ষ্য কৰিছিল। জীৱনৰ শেষৰফালে এই ভয় মতিভ্ৰমত পৰিণত হৈছিল। ১৯৪৮ চনৰপৰা ১৯৬০ চনলৈ কানৈ কলেজত অসমীয়া বিভাগৰ মুখ্য অধ্যাপক ৰূপে কাৰ্য্যকাল চলোৱা সময়ছোৱাত ছাত্ৰ-ছাত্ৰীসকলে মন কৰিছিল যে তেওঁ শ্ৰেণীত পাঠদান কৰি থকা অৱস্থাত ৰাস্তাইদি পাৰ হৈ যোৱা গাড়ীৰ হৰ্ণ শুনিলেতো ভয় খাইছিলেই, আনকি সামান্য দূৰৈত থকা জাহাজ ঘাটটোৰ পৰা জাহাজৰ উকি শুনিলেও উচপ খাই উঠিছিল।

সেয়া ১৯৩৮ খৃঃৰ ২৬ মাৰ্চ। অসমৰ সাহিত্য-সংস্কৃতিৰ আকাশত বেলিমাৰৰ দিন। সেইদিনাই ৰসৰাজ লক্ষ্মীনাথ বেজবৰুৱাৰ জীৱন নাটৰ সামৰণি পৰিল। সেই নিদাৰুণ বাতৰি তুৰবাই কোনোৰকম সহ্য কৰিব নোৱাৰিলে। তেওঁৰ জীৱনৰ এটা ফাল শূণ্য হ'ল। এবাৰ বেজবৰুৱাই তুৰবালৈ লিখিছিল— "মোৰ সকলো সৰ্ব্বহ পৰিত্যাগ কৰিবলৈ মই সাজু, কিন্তু পুৰণি যতীন্দ্ৰ *The dear old soul* অক হেৰুৱাব নোখোজো (পত্ৰলেখা: পৃষ্ঠা ১৮)। সেইজনা বেজবৰুৱাৰ মৃত্যুত তুৰাৰৰ হৃদয় নিগৰি এটি অশ্ৰুসিক্ত কবিতাৰ স্তৱক ওলাই আহিল— কান্দা অসমীয়া ইনাই বিনাই
কান্দা অসমীয়া হিয়া ভুকুৱাই
বিষাদ বাতৰি ৰভাহে বিলায়
অসমত আৰু লক্ষ্মীনাথ নাই।

যেন লক্ষ্মীনাথ অবিহনে অসমীয়া জাতিটো অনাথ হল। ডিব্ৰুগড়ত জৰ্জ ইনষ্টিটিউটত শিক্ষকতা কৰা সময়ত জ্যোতিপ্ৰসাদ আগৰৱালা যতীন্দ্ৰ-নাথ তুৰবাৰ ছাত্ৰ আছিল। চন্দ্ৰকুমাৰ আগৰৱালাই "জ্যোতিক চাবা" বুলি কোৱাৰ বাবে প্ৰিয় ছাত্ৰ জ্যোতিপ্ৰসাদৰ প্ৰতি যেন তেওঁৰ আৰু দায়িত্ব বাঢ়িছিল। ভালেদিনৰ ব্যৱধানৰ পাছত তুৰবা এদিন



জ্যোতিপ্ৰসাদৰ সৈতে মুখামুখি হৈছিল। চেনেহৰ জ্যোতিপ্ৰসাদে তেতিয়া মৃত্যুৰ সৈতে যুঁজ দিছে। অৱস্থা সংকটাপন্ন। শুকান দেহত যক্ষ্মা ৰোগৰ বীজাণু। তেওঁৰ সান্নিধ্য বিচাৰি অহা গুৰুজনাক জ্যোতি-প্ৰসাদে কলে "চাৰ মোক নুচুব। মোৰ টি বি হৈছে।" তুৰবাই বৰ শোক পালে। ফুলকোমল হৃদয়ৰ অধিকাৰী কবিজনাই কৈছিল "সিদিনা জ্যোতিৰ মুখত তেনে কথা শুনি মোৰ হিয়া ভাঙি পৰিছিল আপোনা আপুনি মোৰ চকুৰপৰা চকুলো বৈ গৈছিল। ইয়াৰ কিছুদিন পিচত শুনিলো জ্যোতিপ্ৰসাদ আৰু ইহসংসাৰত নাই।"

১৯৪৬ চনৰ ১৪ আগষ্টৰ পৰা কলিকতাত সাম্প্ৰদায়িক সংঘৰ্ষৰ ধ্বংসযজ্ঞ আৰম্ভ হয়। পৃথিৱীৰ মানুহৰ বাবে অলেখ প্ৰতিশ্ৰুতি আৰু সম্ভৱনা লৈ অহা তৰুণ কবি অমূল্য বৰুৱাও এই নিষ্ঠুৰতাৰ পৰা সৰি যাব নোৱাৰিলে। ১৬ আগষ্টৰ দিনা এইজনা কবিয়ে ছাত্ৰাবাসতে গুণ্ডাৰ হাতত ধাৰাসায়ী হৈ মৃত্যুবৰণ কৰিলে। ১৯৪৫ খৃঃত যোৰহাট জগন্নাথ বৰুৱা মহাবিদ্যালয়ৰ পৰা বি, এ, পাছ কৰাৰ পাছত অমূল্য বৰুৱাই কলিকতাত এম, এ, পঢ়িবলৈ গৈছিল। তাত এম, এ, আৰু ল শ্ৰেণীত ভৰ্ত্তি হোৱাৰ পাছত তেওঁ যতীন্দ্ৰনাথ তুৰবাৰ লগতে থাকিবলৈ লয়। ঠিক সেইসময়ত তেওঁলোকে দুয়োৰে মাজতে সহোদৰ ককাই-ভাইৰ সম্পৰ্ক এটা গঢ়ি উঠে। কিছুদিন পাছত কলিকতা বিশ্ববিদ্যালয়ৰ নতুন ছাত্ৰাবাস এটা বাজা বজাৰৰ ২নং ৰাজা ৰামনাৰায়ণ ষ্ট্ৰীটত মুকলি কৰাৰ বাবে অমূল্য বৰুৱাও তুৰবাৰ ঘৰৰ পৰা আতৰি সেই ছাত্ৰাবাসলৈ গুচি আহিল। ১৯৪৬ খৃঃৰ ১৪ আগষ্টৰ দিনাৰ পৰা সমগ্ৰ কলিকতা মহানগৰীত সাম্প্ৰ-দায়িক সংঘৰ্ষৰ জুই জ্বলি উঠিল। যতীন্দ্ৰনাথ তুৰবাই ১৫ আগষ্টৰ পুৱা ছাত্ৰাবাসলৈ গৈ অমূল্য বৰুৱাক নিজৰ ঘৰলৈ লৈ আহিবলৈ গৈছিল। কিন্তু অমূল্য বৰুৱা নাহিল। তুৰবাক ঘৰত আগবঢ়াই থবলৈ যাওঁতে মাথোন কলে "চাৰ খং নকৰিব। কাইলৈ মই আহিম।" কিন্তু তেওঁ সেই প্ৰতিশ্ৰুতি ৰাখিব নোৱাৰিলে। তুৰবাক

মতে লগাই যোৱাৰ মাথোন তিনিটা দিন পাছতে অমূল্য বৰুৱাৰ জীৱনাসান ঘটিল। এক উদ্দীপ্ত প্ৰতিভা, জকমকাই ফুলিবলৈ লোৱা এক যৌবন মানুহৰ পাশৱিকতাৰ জুইত দাহ কৰা হল অতি নিষ্ঠুৰ ভাৱে। দুৱৰাই সহ্য কৰিব পৰা নাছিল। "শেষ বয়সতো কবিক কোনোৱে অমূল্য বৰুৱাৰ কথা সোঁৱৰাই দিলে অভিভূত হৈ পৰা দেখা গৈছিল।" (বনফুলৰ কবি দুৱৰা, যতিনাৰায়ণ শৰ্মা)।

জীৱনৰ অনেক তিতা-কেহাঁ আৰু বিষাদময় স্মৃতিৰ ফলক লেখি লেখি কবিয়ে নিজৰ হিয়াখন জেতুকাপাতৰ দৰে সজালে। মানৱ জীৱনৰ মহান অৰ্থ আৰু প্ৰয়োজনীয়তাৰ দিশটো তেওঁ ক্ৰমান্বয়ে অৱহেলা কৰিবলৈ ললে। পৃথিবীৰ মানুহৰ বাবে কেৱল "শূন্য পৰিচয় থৈ যাবৰ বাবেই বিশাল জলধিত কবিয়ে নাও এৰি দিলে। মানুহ হিচাবে দুৱৰাৰ এয়াই ব্যৰ্থতা কাৰণ তেওঁ নিজৰ বাবে সদায় অতীতৰ স্মৃতিৰে ধুৱঁলি কুঁৱলী খিৰিকীখনহে খুলি চাইছিল, কোনোদিন শান্তি আৰু আনন্দৰ বাৰ্ত্তা পাবৰ বাবে উদ্বিগ্ন হোৱা দেখা নগল। "নিঃসঙ্গতাৰ দুখত তেওঁৰ অন্তৰ দগ্ধ (এপাহি গোলাপ)। এই দুখৰ পৰা মুক্তি পাবলৈকে তেওঁ কবিতাৰ আশ্ৰয় লৈছিল। আচৰিত কথা এই যে একেটা 'মুড'তে তেওঁ কবিতা ৰচনা কৰি গ'ল, যুগৰ বুকুৰেদি পাৰ হৈ যোৱা ৰাজনৈতিক বা অৰ্থনৈতিক ধুমুহা, বয়সৰ আঁচোৰ দেশ-বিদেশৰ কাব্য-চৰ্চা একোৱেই তেওঁৰ মুডৰ সলনি কৰিব নোৱাৰিলে (দুৱৰাৰ কথা কবিতা, নলিনীধৰ ভট্টাচাৰ্য্য)।

যতীন্দ্ৰনাথ দুৱৰাৰ বিশেষত্ব এইখিনিতেই। কিন্তু মানসিক সমতা যে বাহিৰৰ জগতৰ পৰা লাভ কৰিব পৰা বস্তু নহয়, সেই কথা আন বহুত সাংসাৰিক মানুহৰ দৰেই কবিজনাইও উপলব্ধি কৰিব পৰা নাছিল। নিজৰ ভিতৰত অভ্যাস কৰিলেহে আধ্যাত্মিকতাৰ এই বিশেষ গুণ লাভ কৰিব পাৰি। ই আত্মাৰ এটা ধৰ্ম। ই মানুহৰ নিজৰ ভিতৰতে উৎপন্ন হয়। নিজৰ ভাবৰ সীমাবদ্ধ গণ্ডীৰ দেৱলা ভাঙিব পৰা হলে দুৱৰাই ভাষা-জননী বেদীত পাৰ উপচাই সাহিত্য সম্ভাৰ



আগবঢ়াব পাৰিলেহেতেন সেইখিনি অৰ্হতা তেওঁৰ আছিল। দুৱৰাৰ কবিতাত মাথো শেলীৰ কণ্ঠৰ প্ৰতিধ্বনি শুনা গল *"Our sweetest songs are those that tell of saddest thought"* একান্ত আত্মীয়জনৰ সৈতে বিচ্ছেদ, মানুহৰ অৱহেলা, জীৱনত অনেক আকাঙ্খিত বস্তু নোপোৱাৰ ব্যৰ্থতা, এই আটাইবোৰ একত্ৰিত কৰি কবিয়ে শৃঙ্খলাবদ্ধভাবে আৰু অতি কৌশলেৰে এক নিৰ্দিষ্ট সুঁতি তৈয়াৰ কৰিলে য'ৰ পৰা চিৰকালৰ মানুহৰ বাবে প্ৰবাহিত হ'ল এক ৰহস্যমধুৰ সাঙ্গীতিক ধ্বনি।

## সাহিত্য-কৃতি

যদিও জোনাকৰ স্নিগ্ধতাই
কাঢ়ি লৈ গ'ল বুলবুল
আৰু উইচিৰিঙাটোৰ মাত
গোটেই শুকুলা ৰাতিটো
কুলিটোৱে অকলেই মাতি আছে-
( অনামী জাপানী কবিতা )

চিৰকুমাৰ কবি যতীন্দ্ৰনাথ দুৱৰাইও যেন অসমৰ প্ৰতিটো ঋতুতে ছটিয়াই দিছিল বসন্তৰ উমাল স্পৰ্শ। আত্মীয়-স্বজন সমাজ সকলোৰ পৰা আতৰত তেওঁ নিজৰ বাবে স্বতন্ত্ৰভাবে তৈয়াৰ কৰি লৈছিল এটি একলশৰীয়া দ্বীপ। বাধাহীন এক মাজুলি। কবিয়ে তাত ওৰে-টা জীৱন কোকিল কণ্ঠেৰে অন্তৰাত্মাৰ বিননি তুলি গল। জীৱনৰ শেষ বয়সত কবিয়ে স্বীকাৰ কৰিছিল "কবিতাই মোৰ জীৱন।" কাব্যফুলনিৰ অপৰূপ শোভাই যেন কবিৰ নিশ্বাস-প্ৰশ্বাস স্বৰূপ আছিল।

সৰ্বকালৰ সৰ্বজ্ঞানী গ্ৰীক দাৰ্শনিক চক্ৰেটিছে এবাৰ কথা কৈছিল "মই কেৱল এটা কথাহে জানো আৰু সেই কথাটো হৈছে যে মই একোকে নাজানো" ( *There is only one thing I know, and that is, that is that I know nothing.* ) মহৎ লোকৰ এনে বিনম্ৰ কণ্ঠৰ অনুৰণন দুৱৰাৰ কবিতা সমূহতো সততে শুনিবলৈ পোৱা যায়। আত্মজীৱনী লিখাৰ সম্পৰ্কে ভাতৃসম বন্ধু যতিনাৰায়ণ শৰ্মালৈ তেওঁ লিখিছিল "জীৱনত কোনোদিনে ডাঙৰ মানুহ হোৱাৰ আশা কৰা নাছিলো আৰু ইচ্ছাও নাছিল। সেইকাৰণেই মোৰ 'অতীত' বা 'আত্মজীৱনী' দিবৰ সমল নাই। যাৰ দিলে জগতৰ উপকাৰ হ'ব, সেইসকলে দিছে আৰু ভৱিষ্যতে দিও থাকিব।"

"আপোন সুৰ" "বনফুল" আৰু "কথা কবিতা" এই আটাই বোৰ কাব্যপুথিৰ যোগেদি কবিজনাই নিজৰ হৃদয়ৰ ভাব অনুভূতিৰ বিচিত্ৰ বৰ্ণালীক লৈ লুকা-ভাকু খেলিছে। নিজৰ বক্তব্য দাঙি ধৰাৰ ক্ষেত্ৰত তেওঁ কতো জ্ঞানৰ পাৰদৰ্শিতা আনক দেখুৱাবলৈ যত্ন কৰা নাই। ইয়াৰ সলনি পোৱা যায় বৈষ্ণৱ ভক্তসকলৰ সেই দাস্য ভাব মাথোন।

অসম সাহিত্য সভাৰ চতুৰ্বিংশতম অধিৱেশনৰ সভাপতিৰূপে দিয়া অভিভাষণত যতীন্দ্ৰনাথ দুৱৰাই এই কথা স্পষ্টকৈ কৈছে, "কবি বা সাহিত্যিকৰ উদেশ্য সৃষ্টি। কবিয়ে কবিতাত কোনো জ্ঞানৰ বিষয় প্ৰমাণ কৰিবলৈ নাযায়। তেওঁ অন্তৰ্দৃষ্টিৰে যিটো দেখিছে তাকেই মাথোন মূৰ্ত্তিমান কৰি জগতত প্ৰকাশ কৰিব। তেওঁৰ বিচাৰ, তৰ্ক, বিশ্লেষণ নাই। তেওঁ সত্যক পূৰ্ণতা দি প্ৰকাশ কৰিব, তাক যুক্তি তৰ্ক বা বিশ্লেষণেৰে সংকীৰ্ণ কৰিবলৈ নাযায়। তেওঁৰ অন্তৰাত্মাই সহজে অভিনৱত্বৰ সৃষ্টি কৰে। তেওঁৰ অন্তৰত উৎসৰপৰা একো একোটি মূলভাব উঠে।" জীৱনৰ বিয়লি বেলা সংসাৰৰ সুখ-দুখ সকলো সামৰি নাও মেলি দিয়া নাৱৰীয়া কবিক যেতিয়া কোনোবাই পৰিচয় সুধিছে তেওঁ তেতিয়া উত্তৰ দিছে এইদৰে—

"পথৰ পথিক মই ফুৰো ঘুৰি ঘূৰি
অসীমৰ সীমাৰ মাজতে

'আৱাহন' আলোচনীত শিৱপ্ৰসাদ বৰুৱাই দুৱৰাৰ কবিতা সম্পৰ্কে এনেদৰে লিখিছে—"তেখেত কবি সঁচা, কিন্তু কবিতা বৰকৈ নিলিখে। লিখে দিনটোত দুই বা তিনিবাৰকৈও লিখে—পঢ়ি পঢ়ি আনন্দত উপচি পৰে, আকৌ দুখ বেজাৰেৰে হৃদয় গধুৰ হৈ আহিলে সেই কবিতা ফাকি ছিৰাছিৰ কৰি পেলায়। কি প্ৰকৃতি! কি ৰহস্য! সেইবাবে তেওঁৰ কবিতা প্ৰায়ে প্ৰকাশ হবলৈ নাপায়। কবিতা লিখা সময়ত সৌভাগ্যবশতঃ কোনোবা এজন গৈ ওলাব পাৰিলে আৰু বলেৰে টুপিয়াই আনিব পাৰিলেহে, নহলে কবিৰ শোৱা কুঠৰীত

সি টুকুৰা টুকুৰ হৈ পৰি থাকে—ভাল কবিতাকেইটা কবিয়ে জীৱন্ত কালত হেনো কাকো নিদিয়ে— সি অদৃশ্যৰ কোলাত থাকিব। আমি বিচাৰিলে হাঁহি উৰুৱাই দিয়ে। "নিদিওঁ নিদিওঁ—বুলি সক লৰাই পুতলা লোৱাৰ দৰে কবিতাৰ বহীবোৰ বুকুৰ মাজতে সুমুৱাই লয়গৈ। কবিৰ প্ৰকৃতি বৰ বিচিত্ৰতাপূৰ্ণ। চকুলোৰে কবিতাৰ মালা-গথা। এইজনা কবি অসমীয়া কাব্যকাননৰ এক বিস্ময়।"

আপোনসুৰ এসময়ত যতীন্দ্ৰনাথ দুৱৰাই ৰোমান্টিক যুগৰ শ্ৰেষ্ঠ কবিৰূপে জনপ্ৰিয়তা অৰ্জ্জন কৰিবলৈ সক্ষম হৈছিল। কবিজনাই "আপোন সুৰ" কবিতা পুথিত নিজৰ অভিজ্ঞতা আৰু অধ্যয়নপুষ্ট মনৰ পৰা পৃথিবীৰ মানুহৰ কাৰণে এক স্বৰ্ণমণ্ডিত ৰেখা অঙ্কণ কৰি থৈ গৈছে

পাপ পূণ্য দূৰৰ বাতৰি
সিপাৰৰ অন্ধ আৱৰণ
ছঁয়াময়া বন্ধুৰ চেনেহ
কোনো কাৰো নহয় আপোন।

পৃথিৱী অনিত্য অসাৰ। পাৰ্থিৱ সম্বন্ধবোৰ তেনেই খন্তেকীয়া। ইহকাল পৰকাল ইপাৰ-সিপাৰ জুৰি কেৱল আত্মাৰ উপস্থিতিহে সত্য। আধ্যাত্মিকতাত বিশ্বাসী ভাৰতীয়সকলৰ মাজত এনেকুৱা অনেক আখ্যান-উপখ্যান আছে, যিবোৰে এই সত্যৰ ইঙ্গিত বহন কৰে।

এনে এক ৰূপকৰ মৰ্মস্পৰ্শী কাহিনী শুনিবলৈ পোৱা যায় যে শ্মশান পহৰা দি থকা অৱস্থাত হৰিশ্চন্দ্ৰ নামৰ ব্যক্তিজনে দেখিছিল চিতাত জুই লগোৱাৰ পাছত সকলো আত্মীয়-স্বজন মৃতদেহটোৰ ওচৰৰ পৰা আতৰি গৈছে। কিন্তু আচৰিত কথা মৃতদেহটোৰ ওপৰত যথেষ্ট পৰিমাণৰ কাঠৰ ওজন নোহোৱাৰ বাবে মেৰুদণ্ডৰ চাপ লাগি গাটো ভাঁজ হৈ ওপৰলৈ উঠিবলৈ আৰম্ভ কৰিলে। দেহটোত এতিয়াও প্ৰাণ আছে বুলি ভাবি হৰিশ্চন্দ্ৰই সহায় কৰিবৰ বাবে ওচৰ চাপি অহাৰ লগে লগে দেহটো পুনৰ তললৈ সৰি পৰিল। হৰিচন্দ্ৰই অনুভৱ কৰিলে এই ঘটনাটোত সকলোৰে বাবে এটা ডাঙৰ শিক্ষা আছে।



মৰা মানুহজনে ভাবিছিল যে সম্ভৱত পুত্ৰ পৰিবাৰ তেওঁৰ ওচৰত বৈ থাকিব, যাক তেওঁ অপৰিসীম ভাল পাইছিল, তেওঁলোক নিশ্চয় সিপাৰৰ যাত্ৰাতো সঙ্গী হব। দুৰ্ভাগ্যৰ বিষয় মানুহজনে কাকো দেখা নেপালে। সকলোৱে তেওঁক অকলে এৰি গৈছে আৰু অকলেই তেওঁ ভ্ৰমণ কৰিব লাগিব। এই কথাটো বুজি পোৱাৰ লগে লগে তেওঁ পুনৰ পৰি গল। কাৰণ—

"মাতা নাস্তি পিতা নাস্তি
নাস্তি বন্ধু সহোদৰঃ
অৰ্থম্ নাস্তি গৃহম্ নাস্তি
অস্মাৎ জাগ্ৰতঃ জাগ্ৰতঃ।

কবি দুৱৰাই জীৱনত অনেক আত্মীয় শুভাকাঙ্খীক শ্মশান-যাত্ৰী হোৱা দেখিলে। ক্ৰমান্বয়ে তেওঁ অনুভৱ কৰিবলৈ লৈছিল যে যিমানেই আত্মীয় প্ৰিয়জন নহওক, এই সম্বন্ধ কেৱল সংসাৰৰ মায়াজালৰ বাবে। প্ৰকৃততে মানুহ একক আৰু নিঃসঙ্গ। সেয়েহে—"সংসাৰৰ লীলা-খেলা সামৰি সুতৰি লই হাঁহিমুখে কৰিম প্ৰয়াণ।" বুলিয়েই কবিয়ে মানসিকভাবে প্ৰস্তুত হৈছিল। কিন্তু আৰ্শ্চয্যৰ কথা যে এই সত্যৰ উপলব্ধিক কোনো সময়ত নৈৰাশ্যৰ সোঁত বুলি ভাবি তেওঁ ভুল কৰিছিল।

"সুখ দুখ একো নাই সকলোটি মিছা
ই এটি মনৰ কল্পনা;
যিটিয়ে তোমাৰ সুখ হব পাৰে সিটি
অইনৰ দুখৰ ভাবনা।"

"দুৱৰা সৰহভাগ কবিতাত এটি শূন্যতা, এটি নিৰাশা এটি কাতৰ আহুতিৰ কৰুণ, কোমল পৰশ থকা বাবে সহজতে আমাৰ হৃদয় বীণত সহানুভূতিৰ জোকাৰ উঠে; আমাৰ অন্তঃস্থলত এটি মচ নোযোৱা সাঁচ বহি যায়। কবিয়ে নিজকে অকলশৰীয়া, সকলোৰে অনাদৰ অৱহেলাৰ পাত্ৰ বুলি ভাবি জনসমাজৰ হাই-উৰুমি দ্বন্দ্ব খৰিয়ালৰ

পৰা আতৰি পাহৰণি নৈৰ পাৰত এটি সৰু পঁজা সাজি তাতে থাকিবলৈ নাইবা সংসাৰ নদীত জীৱনৰ নাওখনি মেলি সাগৰৰ সিপাৰৰ সোণোৱালী দেশৰ ফালে অকলে, অকলশৰে নাৱৰীয়া হৈ অবিৰাম গতিৰে নাও বাই গৈ থাকিবলৈ হেঁপাহ কৰে। থুলমূলকৈ এয়ে তেওঁৰ জীৱন দৰ্শন বুলিব পাৰি।"

('আপোনসুৰ' পদ্মধৰ চলিহা)

১৯৩৮ চনত দুৰ্ৰাই "আপোন সুৰ" প্ৰকাশ কৰি উলিয়ায়। এইখন তেওঁৰ দ্বিতীয় কবিতাৰ পুথি। ইয়াত মুঠ আঠাশইটা কবিতা সন্নিবিষ্ট কৰা হৈছে। উদ্দীপ্ত যৌৱনৰ তীব্ৰ আবেগ প্ৰৱণতা আৰু কলিকতা মহনগৰীয়ে অকৃপণ হাতেৰে দান কৰা বৈচিত্ৰময় অভিজ্ঞতাক সমল স্বৰূপে লৈ কবিয়ে 'আপোন সুৰ' সৃষ্টি কৰিছিল। গীতি কবিতাৰ সকলোখিনি গুণসমৃদ্ধ এই কবিতাখিনি যেন ৱৰ্ডছৱৰ্থৰ সেই "স্বতঃস্ফুৰ্তভাৱে প্ৰকাশ পোৱা আবেগৰ ঢল।" এই ঢলত উটিভাহি যাব খোজা "নাৱৰীয়া" কবিক আমি নতুন সাজত লগ পাওঁ। বিৰিঞ্চিকুমাৰ বৰুৱাই এই সম্পৰ্কে মন্তব্য কৰিছে—"নদী, নাৱ, নাৱৰীয়া, এই প্ৰতীক ত্ৰয়ৰ সহায়ত কবিয়ে জীৱনৰ গতিধৰ্মৰ ইঙ্গিত দিছে।" বঠা মাৰি গৈ থাকোতে কত ঢৌ উঠিছে নামিছে, কত আপোন আৰু অচিন জনৰ হাঁহি আৰু কান্দোনৰ শব্দ কাণত পৰিছে কিন্তু নাৱৰীয়াৰ গতি থমকি ৰোৱা নাই। তেওঁৰ সেই যাত্ৰা পৃথিৱীৰ একো শক্তিয়েই প্ৰতিৰোধ কৰিব নোৱাৰে। কৈশোৰত তৰাবচা আকাশখন (*Twinkle twinkle little star... How I wonder what you are* চিকিমিকি চিকিমিকি সৰু তৰাটিৰ, কেনেকৈ শোভা কৰে ওখ আকাশত) কবিৰ দৃষ্টিৰ সন্মুখৰ পৰা হেৰাই গৈছে। কিন্তু তেওঁৰ দৃঢ় বিশ্বাস, কৰবাত এখন সোণাৱালী দেশ আছে, যত শান্তি প্ৰেমৰ আস্বাদ পোৱা যায়। যত অশান্তি অসূয়া আৰু জন সমাজৰ কোলাহল নাই। কবিয়ে সেয়েহে নাও মেলি দিছে এনে এক সন্ধিক্ষণত, যেতিয়া দৃশ্যমান পৃথিৱীখনত অপৰাহ্ণ। আন্ধাৰ আৰু



পোহৰ মিলি তেওঁৰ যাত্ৰাপথ বিশেষ অৰ্থব্যঞ্জক কৰি তুলিছে। কবিয়ে নিঃসঙ্গতাৰ পোছাক পিন্ধিলেও প্ৰচুৰ জীৱনী শক্তি আৰু দৃঢ়তাই যেন তেওঁৰ বঠা স্বৰূপ। মহাভাৰতত যুধিষ্ঠিৰে ব্যাখ্যা কৰা সেই আশ্বৰ্য্যকৰ 'মন' কবিৰ নাৱৰীয়াজনৰ "পাহৰণি"য়ে দুৰ্ৰাৰ কবিতাত বিশিষ্টতা প্ৰদান কৰিছে। নাৱৰীয়াৰূপী "মন'টোৱে আপোন সুৰৰ কথা কবলৈ যাওঁতে "অতীতক নেযাবা পাহৰি" "অতীতক যোৱাহে পাহৰি" শূন্য-পৰিচয়" আৰু "আজি মোক যোৱাহে পাহৰি' বুলি বিভিন্ন সুৰৰ ৰাগিনীৰে একে অৰ্থব্যঞ্জক চাৰিটি সুৰ আগবঢ়াইছে। ইয়াত স্মৃতিৰ অৰ্থ নিৰাশা নাইবা পলায়নবাদ বুলি কলে নিশ্চয় অবিচাৰ কৰা হ'ব। জীৱনৰ পৰা তেওঁ হলাহল পান কৰিছে সচা, কিন্তু ইয়াৰ অৰ্থ এইটো নহয় যে ভবিষ্যতটোও বেজাৰ আৰু আশাঙ্কাতে ত্ৰস্তমান। ৱৰ্ডছৱৰ্থে এবাৰ কৈছিল— "প্ৰত্যেকজন মহৎ কবিয়েই এজন শিক্ষক। মই আশা কৰোঁ যে মই হয় শিক্ষক বুলি বিবেচিত হওঁ, নহলে একোৱেই নহওঁ।" কবিত্ব আৰু শিক্ষকতাৰ গুণত ৱৰ্ডছৱৰ্থে পৃথিৱীৰ অন্যতম মহৎ কবিজনলৈ উত্তীৰ্ণ হৈছে। "আজি আছে কালি নাই" বলি দুৰ্ৰাৰ কণ্ঠত যি "আপোন সুৰ" ধ্বনিত হৈছে তাৰ দ্বাৰা পৃথিৱীৰ ক্ষণস্থায়ীত্বৰ কথা ঘোষণা কৰিছে। পৃথিৱীৰ জীৱন দুয়োটাই মহাকালৰ গৰ্ভত লীন যায়। কিন্তু সোণোৱালী দেশৰ পম খেদি যোৱা নাৱৰীয়াক এইবোৰে স্পৰ্শ কৰিব নোৱাৰে, ই স্পৰ্শাতীত আৰু কালাতীত। কবিয়ে সেয়েহে এনে সঙ্গীহীন জীৱন বাচি ললে, কিন্তু নিৰাশাই তেওঁক গ্ৰাস কৰা নাই। আত্মামুক্তিৰ এই স্পৃহা পলায়নবাদৰ উৰ্দ্ধত। বিশ্বকবি ৰবীন্দ্ৰনাথ ঠাকুৰৰ ভাষাত এনেদৰে কব পাৰি—"আপোন সুৰে" আমাৰ প্ৰাণত সুৰৰ জুই জ্বলাই দিয়ে —সেই জুইকুৰাৰ ফিৰিঙতি চাৰিওফালে বিয়পাই দিয়ে। অন্তৰৰ অন্ধকাৰ, বিষাদৰ ক'লা ছাঁ হতাশৰ আৱৰণ সকলো নিমিষতে পুৰি পেলায়। সেই সুৰৰ লহৰীৰ কোনো এখন পুসপোন-ৰথৈ আমাক আগুৱাই লৈ যায়।

"বনফুল"[১]

যতীন্দ্ৰনাথ দুৱৰাৰ 'আপোন সুৰ' আৰু 'বনফুল' এই দুয়োখন খণ্ড কৰিতা পুথিৰেই কবিতাসমূহ আগতে "বাহী' আৰু 'আৱাহন' ত প্ৰকাশ হৈছিল। কলিকাতাত থকা সময়ছোৱাতে তেওঁ 'বনফুল' খনো ৰচনা কৰে। মুঠ পঞ্চাছটা কবিতাৰে পুথিখিনি সজাই-পৰাই দুৱৰাই ৺বিৰিঞ্চিকুমাৰ বৰুৱালৈ এনেদৰে অনুৰোধ জনাই লিখিলে "এইখনেই মোৰ শেষ কবিতাৰ পুথি। নতুনকৈ লেখাও নাই আৰু নোৱাৰিম কাৰণ অৱস্থা প্ৰতিকূল। তুমি জানাই যে মই অৱস্থাৰ দাস আৰু তুমি নোহোৱাহেতেঁন মোৰ কবিতাবোৰ হাতে লিখা অৱস্থাতে মৰহি গ'লহেতেন।"[২] ইয়াৰ প্ৰত্যুত্তৰত অত্যন্ত শ্ৰদ্ধাসহকাৰে বিৰিঞ্চিকুমাৰ বৰুৱাই দুৱৰাৰ "বনফুল" ৰ পাতনিখন আটকধুনীয়াকৈ সজাইছিল এনেদৰ—"দুৱৰাৰ কবিতা সৰ্বজন সমাদৃত হোৱাৰ সৰ্বপ্ৰধান গুণ তেওঁৰ কবিতাৰ ভাষা। দুৱৰাৰ কবিতাত ভাষাৰ জটিলতা, শব্দৰ দুৰ্বোধ্যতা, অৰ্থৰ অস্পষ্টতা নাই। তেওঁৰ কাব্যৰ ভাষা শিশুৰ দৰে সৰল, স্বভাৱ সুন্দৰী ৰমণীৰ দৰে নিৰলঙ্কাৰ।" কবিতাৰ বিষয়-বস্তু সম্পৰ্কে এনেদৰে ব্যাখ্যা দাঙি ধৰিলে, "কোনো কবিতাত মিলন আকাঙ্খাৰ আনন্দ, কোনোটিত প্ৰত্যাখানৰ নিদাৰুণ মৰ্মাঘাত, কোনাটিত ব্যৰ্থজীৱনৰ অকলশৰীয়া অসহায়তা, কোনোটিত অতৃপ্তিৰ দীৰ্ঘস্বাস, কোনোটিত বিদায়ৰ বেদনা ধ্বনিত হৈছে। সৌন্দৰ্য্য প্ৰয়াসী কবি হৃদয়ে সমাজ সংসাৰত অকপট প্ৰেম, অনাবিল সৌন্দৰ্য্য বিচাৰি ব্যৰ্থ মনোৰথ হৈ নিখিল বিশ্বৰ সহৃদয়তা স্থাপনৰ কল্পনা কৰিছে। দুৱৰাৰ কবিতা জীৱন-মৰণৰ সীমা পাৰহৈ যাবলৈ উদ্যোগ কৰা যাত্ৰাৰ ছবি—তেওঁ আশাবাদী জীৱনৰ চলন্ত ইতিহাস।" 'বনফুল' ৰ এই পাতনিখন যেন দুৱৰাৰ জীৱনৰ প্ৰতিলিপি। কবিতাৰ বক্তব্য, আৰু কবি দুৱৰা মানুহজন এই দুয়োটা দিশেই এনেদৰে পৰিষ্কাৰ আৰু সমান্তৰালভাৱে পাঠকৰ সন্মুখত ঠিয় কৰাইছেহি যে এটাক বাদ দি আনটো ভাবিবৰ উপায় নাই।

"বনফুল" আৰণ্যক কবিৰ কলধ্বনি। এই পুথিত প্ৰকাশ হোৱা ভাববোৰ যেন পথৰ কাষৰ এখনি ফলক, য'ত পথিকৰ বাবে কিছুমান নিৰ্দেশনা থাকে। মানুহৰ প্ৰয়োজনত অহা-নহাতো ডাঙৰ কথা নহয়, ডাঙৰ কথা অৰণ্যত ফুল ফুলাটোহে প্ৰকৃতিৰ এই সৃষ্টি মাহাত্ম্যক প্ৰতিৰোধ কৰিব নোৱাৰি। নদী অনবৰতে বৈ আছে, ইয়াৰ পানী কেৱল আনৰ উপকাৰৰ বাবেহে। ই নিজৰ কাৰণে কোনো পুৰস্কাৰ নিবিচাৰে। এনেদৰে গছে ফল ধাৰণ কৰে, অৰণ্যত ফুল ফুলে, কেৱল আনৰ বাবে। ত্যাগেৰে মহিমামণ্ডিত প্ৰকৃতিৰ এই ৰূপ মানুহৰ বাবে আদৰ্শ মাথোন। এই আদৰ্শই কবিৰ শান্তিৰ বাসঘৰ।

"কোনোৱে দূৰতে চাই কোনোৱেবা চুই যায়
চেনেহ কণিকা বুলি কৰো তাকে ভুল,
সপোন আতৰি গলে দিঠকে জনাই দিয়ে
বাটৰ কাষৰ মই বনবীয়া ফুল।"

'বনফুল'ৰ প্ৰতিটো কবিতাত কবি দুৱৰাৰ হৃদয় বীণৰ ঝঙ্কাৰ শুনিবলৈ পোৱা যায়। সৌন্দৰ্য্য আৰু প্ৰেমৰ পথত তৃষ্ণাতুৰ কবিয়ে নিজৰ খেয়াল-খুচিৰ সীমাৰেখাৰ মাজত কাকো বিচৰা নাই। এই আত্মকেন্দ্ৰিকতাই কবিতা ৰাজিক মহত্ব প্ৰদান কৰিছে।

"মোৰ গান ময়ে গাওঁ
শুনি শুনি ময়ে তল যাওঁ।
গানৰ শেহত
শুনোতা গাওঁতা দুয়ো
একে হৈ পাৰকে নাপাওঁ।"

শান্ত, সমাহিত চিত্তেৰে কবিয়ে দেখিছে, মানৱ জীৱন নাটৰ সাক্ষী

কেৱল প্ৰকৃতিয়েই হব পাৰে, কিন্তু সেয়াও চিৰকালৰ বাবে নহয়। ব্যৰ্থ প্ৰেমৰ বেথা আৰু মান অভিমানেৰে পৰিপূৰ্ণ হৈ থকা কবিৰ অন্তৰে অনুভৱ কৰিলে এতিয়াও আকাশত জোন, বেলি তৰা আছে, ৰংপুৰৰ শ্যামল শোভা আছে আৰু আছে কোটিকালৰ বুঢ়া লুইতখনি।

"বুঢ়া লুইতেত ফেনে ফোটোকাৰে
নিছিগা ধাৰেৰে বব
কোনে জানে কেনি, নিজেও নাজানো
বটৰুৱা ক'ত ৰ'ব।

তথাপি কবিৰ একান্ত আশা

বিবাদৰ এটি সুৰ মাৰ যাব অসীমত
নীৰৱ প্ৰকৃতি ৰ'ব এ্কেথিৰে চাই:

(বনফুল, অকলশৰীয়া)

বনফুলৰ কবিতাৰাজিৰ বিষয়বস্তু প্ৰকাশভঙ্গী বৈচিত্ৰ্যময়। এইখন কবিতা পুথিৰ বাবেই তুৰবাক প্ৰেমৰ কবি বুলি আখ্যা দিয় হয় যদিও ভালকৈ বিচাৰ কৰি চালে এই প্ৰেমত বেছিকৈ অতীন্দ্ৰিয় প্ৰেমৰ ছাঁ পৰাহে দেখিবলৈ পোৱা যায়। বিশ্বফুলনিৰ মৌ চুহিবৰ বাবে কবিৰ হৃদয় পখিলাই লাহ দি উঠিছে। পৃথিৱী জুৰি আনন্দৰ খলকনি। ঐশ্বৰিক সৌন্দৰ্য্য সন্ধানী কবিৰ ব্যাকুল কণ্ঠস্বৰ শুনা গল—

কেতিয়ানো সুন্দৰৰ মধুৰ পৰশে
কাষ চাপি লবহি চপাই

(এটি উৰি যোৱা হাঁহলৈ)

অতীত বৰ্ত্তমান একো নাই, গতিয়েই জীৱনৰ বিচিত্ৰ। চিৰসুন্দৰৰ দৰশনে ইয়াৰ লক্ষ্য

মুকলি মনেৰে দিম মেলি নাওখনি
পিচলৈ নেচাওঁ তুনাই।
অনন্তত বই থকা সুৰৰ সোঁতত।



বিৰিঞ্চিকুমাৰ বৰুৱাৰ ভাষাত "যাত্ৰাৰ উদ্যোগ কৰুণ বিনিনিৰে বিজড়িত, অতীত স্মৃতিৰে বিমণ্ডিত। ১৯৬২ চনত "বনফুল"ৰ বাবে যতীন্দ্ৰনাথ তুৱৰাই সাহিত্য একাডেমীৰ বঁটা লাভ কৰে। এই বঁটা লাভ কৰাৰ পাছত শ্ৰীযতীন্দ্ৰনাথ গোস্বামীলৈ লিখিছিল "মই এই পুৰস্কাৰ ঈশ্বৰৰ দান আৰু ৰাইজৰও আশীষ বুলিয়েই মানি লৈছোঁ। জীৱনত কোনো আশা ৰাখি কাম কৰা নাছিলোঁ যেতিয়া যি মন যায় তাকে কৰোঁ। কবিতা লেখিবৰ মন যায় লেখো পিচে এতিয়া সেইটো বন্ধ হ'ল। আনকি কিতাপখন মই নিজেও উলিওৱা নাই শ্ৰীযুত বিৰিঞ্চি বৰুৱাই মোৰ কবিতা লিখা বহী-বোৰৰ পৰা বাচি উলিয়াই ছপাবলৈ দিছিল তেওঁক এই কাম কৰিবলৈ ৺বাণীকান্ত কাকতিয়ে উদগনি দিছিল। এয়েই 'বনফুল'ৰ ইতিহাস।"

তুৱৰাৰ মতে বিদ্যাসাগৰ ষ্ট্ৰীটৰ এল, এম মিত্ৰই তেওঁৰ কবিতাৰ সংকলন উলিওৱাৰ কথা চিন্তা কৰিছিল। তেওঁ এই পুৰস্কাৰ পোৱাৰ সময়ত ডিব্ৰুগড়ত বাস কৰিছিল। সেই সময়ৰ চিত্ৰ সংবাদদাতা শ্ৰীননী চৌধুৰী আৰু শ্ৰীদীপ্তি বিশ্বাসে (সংবাদদাতা) প্ৰথমবাৰৰ বাবে "দেশ" পত্ৰিকাত তুৱৰাৰ ফটোসহ জীৱন-লিপি প্ৰকাশ কৰিছিল উল্লেখযোগ্য যে অসমৰ স্থানীয় বাতৰি-কাকত সমূহতকৈও আগে-ভাগে সেই দুজনা ব্যক্তিয়ে এই মহৎ কাৰ্যটি সম্পন্ন কৰিছিল।



## যতীন্দ্র নাথ দুৱৰাৰ-অৱগুণ্ঠন : 'কথা কবিতা"

মানব সমাজৰ প্ৰতি গভীৰ অনুৰাগ তথা অভিজ্ঞতাৰ সঁচাৰ কাঠিৰে "চনিলিয়া" ই প্ৰাণ পাইছিল ৰুছ সাহিত্যিক টুৰ্গেনিভৰ হাতত। সময়ত "ছনিলিয়া" ৰ সুগন্ধি নিশ্বাস পৃথিবী জুৰি বিয়পি পৰিল। ইয়াক কেন্দ্ৰ কৰিয়েই এজন মৃত্যুপথৰ যাত্ৰীয়ে নিজৰ আচহুৱা অনুভূতিৰ অন্য এখন দুৱাৰ পৃথিৱীৰ মানুহৰ বাবে মুকলি কৰি গ'ল। এক আশ্চৰ্য্যমধুৰ কাৰুণ্যৰ মাজত জন্ম হ'ল কথা-কবিতাৰ। "টুৰ্গেনিভে এই কবিতাখিনিৰে নাম দিলে 'চনিলিয়া।' চনিলিয়া টুৰ্গেনিভৰ মানসপ্ৰতিমা।

উনৈশ শতিকাতে টুৰ্গেনিভে এই কথা কবিতা ৰচনা কৰিছিল। দক্ষিণ আফ্ৰিকাৰ লেখিকা অলিভ শ্ৰীনাৰেও এনেধৰণৰ কবিতা ৰচনাৰ কামত হাত দিছিল। ১৯৩৩ চনত অসমৰ জনপ্ৰিয় কবি যতীন্দ্ৰনাথ দুৱৰাই "বঁহী" আৰু "আৱাহন" ৰ পাতত "কথা-কবিতা" লিখিবলৈ আৰম্ভ কৰে। দুৱৰাই টুৰ্গেনিভ আৰু শ্ৰীনাৰৰ পুথি দুখনি আন্তৰিকতাৰে অধ্যয়ন কৰি নিজৰ সৃষ্টিৰ মাজত সেইবোৰৰ-কেতিয়াবা ভাবানুবাদ, কেতিয়াবা ছায়ানুবাদ আৰু কেতিয়াবা মুকলি অনুবাদ কৰিছিল। এইখিনি কৰিবলৈ যাওঁতে তেওঁ গভীৰ নিষ্ঠা, কাব্যসুলভ কমনীয়তা আৰু আত্মগোপণতাৰ আকাঙ্ক্ষাক মূলধন হিচাবে ব্যৱহাৰ কৰিছিল। ডঃ বাণীকান্ত কাকতিয়ে "কথা-কবিতাৰ পাতনিত উল্লেখ কৰিছিল "কথা-কবিতা" দুৱৰা ডাঙৰীয়াৰ প্ৰায় কুৰি বছৰ কালব্যাপী নানান সময় আৰু নানান অৱস্থাৰ অনুভূতিৰ চিত্ৰৰ সমাবেশ। ই তেখেতৰ কোমল বুকু ভেদ কৰি ওলোৱা বালিৰ নিজৰাৰ দৰে। দুই এটি বিষয় বিদেশী মূলৰ পৰা অনা হৈছে কিন্তু সেইবোৰকে বুকুৰ তপত তেজৰ উমনি দি সজীৱ কৰি তোলা হৈছে।"

প্ৰকৃততে দুৱৰাদেৱৰ জীৱন ভাববহুলহে ঘটনাবহুল নহয়। কথা-কবিতাতো ভাবেই প্ৰধান বস্তু। ই প্ৰধানকৈ চিত্ৰধৰ্মিতাৰ ওপৰত প্ৰতিষ্ঠিত। একালত ছন্দও কবিতাৰ অপৰিহাৰ্য অঙ্গ আছিল কিন্তু এনে এক সন্ধানী দৃষ্টিৰ ফলত কথা-কবিতাৰ জন্ম হ'ল। য'ত ছন্দৰ প্ৰয়োজন গৌণ হৈ পৰিল। ছন্দৰ অভাৱ ইয়াত পূৰণ কৰিলে অন্তৰ্নিহিত আবেগৰ গুণগুণনিয়ে। এইবাবেই ইয়াক কবিতা আখ্যা দিয়া হয়। ইয়াত একেটি মাথোন কেন্দ্ৰস্থ ভাব থাকে, যাক সাৱটি অলেখ চিত্ৰৰ সমাবেশ হয়, যিবোৰে এই মূলভাব উজ্জলৰূপে পৰিস্ফুট হোৱাত সহায় কৰে।

কিন্তু এইখিনিতে সমালোচক পাঠকৰ মাজত এটা প্ৰশ্নৰ উত্থাপন হ'ব পাৰে যে "নোহোৱা-নোপজা কবিতাৰ পুথি" কথা-কবিতা লিখিবলৈ দুৱৰাক প্ৰকৃততে কি কথা বা বিষয়বস্তুৱে আটাইতকৈ উৎসাহিত কৰিছিল ? এই প্ৰশ্নৰ উত্তৰ পাবলৈ আমি দুৱৰাৰ ব্যক্তিত্বৰ দিশটোও সমান্তৰালভাৱে চাব লাগিব। ডঃ বাণীকান্ত কাকতিৰ ভাষাত "বয়সত চল্লিশৰ দুৱাৰদলি পাৰ হ'লেও দুৱৰা চিৰতৰুণ হাঁহিবিৰিঙা মুখ, কোমল প্ৰাণ, অনাবিল চৰিত্ৰ, লাজুকী লতাতকৈও লাজকুৰীয়া কামৰ ভিতৰত দেশ-বিদেশৰ কাব্য-চৰ্চা আৰু অসমীয়াত কবিতা ৰচনা।"

প্ৰচাৰবিমুখ কবি দুৱৰা নিজৰ স্বভাৱ সম্পৰ্কে সদা সচেতন আছিল সঁচা, কিন্তু সেয়া সলনি কৰিবৰ বাবে তেওঁ কাহানিও ব্যতিব্যস্ত ন'হল। তাৰ সলনি সমাজৰ চকুৰ পৰা নিজক গোপন ৰখাই নিৰাপদ বুলি ভাবিলে। ইয়াৰ বাবে কৌশল স্বৰূপে গ্ৰহণ কৰিলে কাব্যচৰ্চাৰ অভ্যাস। ডঃ কাকতিৰ মতে কথা-কবিতাত ৰূপৰ সমাবেশ থাকে আৰু ই প্ৰায়েই ৰূপকাত্মক। প্ৰত্যেকটো চিত্ৰৰ আঁৰতেই ওৰণি লোৱা ভাব একোটা থাকে।"

বোধকৰো এই ভাবটোৱেই দুৱৰাক আটাইতকৈ বেছি আকৃষ্ট কৰিছিল আৰু কথা-কবিতা নিজে লিখিবৰ বাবে অনুপ্ৰাণিত হৈছিল।

নোকোৱাই ভাল যে দুৱৰাই লিখা কথা কবিতাখনিত কবিজনাৰ জীৱন মঞ্চৰ পোহৰ-ছাঁয়া আৰু বক্তব্যৰ প্ৰভাৱ পৰিছে। স্পৰ্শ লাগিছে জীৱন-জোৰা কাৰুণ্যৰ। কিন্তু দুৱৰা মানুহজন সদায়েই সোঁশৰীৰে এক অৱগুণ্ঠনৰ আঁৰত থাকি গৈছে। অৰ্থাৎ ৰূপকৰ ছলেৰে দুৱৰাই তেওঁৰ প্ৰহেলিকা-ময় জীৱনৰ ব্ৰতৰ কথাথাৰে-চিয়াৰে কৈছে।

শিৱসাগৰ চৰকাৰী হাইস্কুলত পঢ়া এজন কিশোৰক মাতৃভাষা কি বুলি প্ৰশ্ন সোধা প্ৰধান শিক্ষকজনক উত্তৰ দিওঁতে আবেগ বিহবল হৈ পৰা দেখা গৈছিল। কিশোৰজন আন কোনো নাছিল, তেওঁৱেই পৰৱৰ্ত্তী কালৰ স্বনামধন্য কবি যতীন্দ্ৰনাথ দুৱৰা। যাৰ "মোৰ শেষ পাঠ" নামৰ কথা-কবিতাটোত একেই উচুপনীৰ প্ৰতিধ্বনি শুনা যায় যেন একেই চিন্তাৰ আখৰা— "কোনো এটা আইনৰ তলতীয়া জাতিয়ে যেতিয়ালৈকে নিজৰ মাতৃভাষাকে বুকুৰে আঁকোৱালি ধৰি থাকে, তেতিয়ালৈকে শত্ৰুৱে বন্দীশালৰ দুৱাৰৰ সঁচাৰ কাঠিটি তেওঁলোকৰ হাতৰ পৰা নাপায়—এই কথাষাৰ পাহৰা উচিত নহয়। ৰুছদেশৰ সাহিত্যিক টুৰ্গেনিভো এদিন নিজ মাতৃভাষা শিকাৰ পৰা বঞ্চিত হৈছিল। অসমৰ কবি দুৱৰাইও তেওঁৰ জীৱনৰ ভাব আৰু পৰিস্থিতিৰ সৈতে নিজৰ এক আচৰিত সাদৃশ্য দেখা পাইছিল, য'ত বঙালী ভাষাৰ চক্ৰান্তত পৰি অসমীয়া ভাষা এলাগী ভাষাত পৰিণত হৈছিল। এই কথাৰ আঁত ধৰিয়েই "মোৰ শেষ পাঠ"ৰ সৃষ্টি হৈছিল। মাতৃভাষাৰ প্ৰতি কবিজনাৰ প্ৰবল আকৰ্ষণৰ কথা এই কথা-কবিতাটোৱে দাঙি ধৰিছে।

"কথা-কবিতা"ত মুঠ দুকৰি কবিতা সন্নিবিষ্ট কৰা হৈছে। পুথিখনিৰ প্ৰথম পাঠটিৰ নাম "দেৱী"। কবিৰ মানসপটত দেখা দিয়া 'দেৱী' প্ৰেম আৰু সৌন্দৰ্যৰ এক অদ্বৈত ৰূপ মাথোন। এওঁৱেই কবিৰ কবিতাৰ উৎস, জীৱনৰ সঞ্জীৱনী মন্ত্ৰ। "হে দেৱী কল্পনা সুন্দৰী। মই তোমাক চিনিব পাৰিছোঁ, তুমি মাজে মাজে মোক এইদৰে দেখা দি যোৱাহি—নিৰাশ দুৰ্বল হৃদয়ক, আশাৰ কিৰণ



ঢালি সবল কৰা। কবিৰ কোমল প্ৰাণে সদায় তোমালৈ বাট চাই থাকে।"

কবিৰ মানসপ্ৰতিমাৰ এয়া কিন্তু পাৰ্থিব ৰূপ নহয়। দুয়োৰে সম্বন্ধ স্পৰ্শাতীত। যিখিনিত "দেবী" নাইকীয়া হ'ল, সেইখিনিতে আকাশে অলপ হেঙুলি বহণ সানি থলে।" সেই ৰঙ কবিৰ ক্ষত বিক্ষত কলিজাৰ ৰঙহে মাথোন। প্ৰকৃততে সোণবৰণীয়া দেশৰ 'কুঁৱৰী শিল্পীৰ প্ৰতিমা আৰু 'দেবী'ৰ মাজত কোনো পাৰ্থক্য নাই। দুৱৰাৰ অৱচেতন মনত ৰোমান্টিক মৃত্যু কামনা সুপ্ত হৈ আছিল, যাৰ কাৰণে "পকাপাত" আৰু "ধুমুহাৰ চিত্ৰবল্লৰ মাজেৰে মৃত্যুৰ ব্যঞ্জনা প্ৰকাশ কৰিছে। পৃথিৱীৰ প্ৰেম ক্ষণিকৰ সেয়েহে কবিৰ ইয়াত আস্থা নাই। মৃত্যুৰ কামনাৰ মাজেৰে তেওঁ অপাৰ্থিব সৌন্দৰ্য সন্ধান কৰিছে। "সোণবৰণীয়া দেশ" আৰু "শিল্পী" এই দুয়োটাই কবিৰ কাৰিছে। জয়দোল। ড° বাণীকান্ত কাকতিয়ে "শিল্পী"ক দুৱৰাৰ জীৱনৰ স্বীকাৰোক্তি বুলি কৈছে।

"ওখ ওখ পৰ্বত শুলে—অনন্ত নীল আকাশ শুলে—অসীম বিশ্ব নিতাল মাৰি শুলে—জগত নিস্তব্ধ প্ৰকৃতি নীৰব (কথা বাৰ্তা) এনে এক অনবিল মহাশান্তিৰ ৰাজ্যত কবিয়ে শুনিলে কেতেকীৰ মাত "কি জহ কি জাৰ সকলো সময়তে তাইৰ আনন্দৰ ধ্বনি শুনিবলৈ পোৱা যায়। তাইৰ মাতত জাৰৰ কুঁৱলী বা বিষাদৰ কালিমা নাই। সঁচাকৈয়ে তাই এটি উলাহৰ জেউতি, আনন্দৰ সপোন।" কোৱঁৰে তাইক সুধিছে "বনৰ চৰাই, বনে বনে চিঞৰি ফুৰ, তই মানুহৰ মনৰ ভাৱ কি বুজিবি? কেতেকী চৰাইয়ে নিজৰ হৃদয়ৰ ৰক্তেৰে কেতেকী ফুল ফুলাইছিল কুৱৰীৰ জীৱন বচাবলৈ, বিনিময়ত বিচাৰিছিল মানুহৰ এধানি মৰম। কিন্তু মানুহৰ স্বাৰ্থপৰতাৰ জুইত পৰি সেই আকাঙ্ক্ষা ছাৰখাৰ হ'ল।

যতীন্দ্ৰনাথ দুৱৰাই ডিব্ৰুগড়ত কানৈ কলেজত অধ্যাপনা কৰোঁতে পোৱা তাৰ পুৰণি ছাত্ৰ-ছাত্ৰীসকলৰ পৰা জনা যায় যে

তেওঁ শ্ৰেণীত "কেতেকী" নামৰ এই কথা-কবিতাটি পঢ়ুৱাবলৈ বৰ ভাল পাইছিল। ডিব্ৰুগড়ত থকা সেই কালছোৱাত দুৱৰাক বিস্মৃতিয়ে ক্ৰমান্বয়ে গ্ৰাস কৰিবলৈ লৈছিল। সেয়েহে কেতিয়াবা এই কথা-কবিতাটোৰ পুনৰাবৃত্তি কৰিছিল। যতীন্দ্ৰনাথ দুৱৰাই ব্যক্তিগত জীৱনত মানুহৰ স্বাৰ্থপৰতাৰ সৈতে অনেকবাৰ মুখামুখি হৈছে। প্ৰেম আৰু সৌন্দৰ্যৰ বাবে জীৱন উৎসৰ্গা কৰা কবিজনাই কোনোদিনে প্ৰেমৰ প্ৰতিদান নাপালে। তথাপি তেওঁৰ হৃদয়জুৰি বাসনাহীন নিস্বাৰ্থ প্ৰেমৰ জোনাক। ইংৰাজ কবি টেনিচনে এবাৰ লিখিছিল যে "*It is better to be loved and lost than never to love at all.* কাৰোবাক ভাল নোপোৱাকৈ জীৱন কটোৱাতকৈ ভাল পাই প্ৰতাৰিত হোৱাই বেছি ভাল।

"এখনি চিঠি" নামৰ "কথা-কবিতা'ৰ মুখবন্ধত দুৱৰাই লিখিছিল "সেইদিনা পুৱা তিনিঠাইৰ তিনিজন ল'ৰাই একেলগে ৰংমনেৰে লুইত চাবলৈ যোৱা কথাটো আজি মোৰ ৰবকৈ মনত পৰিছে। হঠাতে এজনৰ নাওখন চাত কৰে কেনিবাদি আঁতৰি গ'ল। আন দুজনে বহুত পৰ বিচাৰিও তাৰ একো উৱাদিহ নাপালে। তেওঁলোকৰ আনন্দৰ জ্যোতি ম্লান হৈ পৰিল, পুৱাৰ সেই উছাহ কমি আহিল অলপপৰ গৈ এটা ঘাট পাই আনজনেও তাতে তেওঁৰ নাও বান্ধিলে কিন্তু ইজনে নোৱাৰিলে। সোঁতৰ টানে তেওঁৰ নাও উটাই লৈ গ'ল। এতিয়াও তেওঁ সোঁতৰ মাজত নাৱৰ বুকুত।"

এই কথা-কবিতাৰ বিষয়-বস্তু দুৱৰাৰ নিজৰ বিষাদময় জীৱনৰ স্মৰণীয় এটা ঘটনাৰ সাক্ষী মাথোন। এজনৰ পাছত আন এজনকৈ আত্মীয়সকল মৃত্যুৰ কৰাল গ্ৰাসত পৰিল। নিজৰ ঘৰখনলৈ নামি আহিল শ্মশানৰ নীৰৱতা। চৌদিশৰ অন্ধকাৰময় পৰিবেশত দিক-বিদিক হেৰুওৱাৰ পাছত দুৱৰা জীৱনৰ গতিয়েই সলনি হ'ল। লগত বন্ধু-দ্বয় ৰাধিকানন্দ চৌধুৰী আৰু ৰলীন খাউণ্ডক লৈ দুৱৰাই ঘৰ এৰি



সন্ন্যাসী হ'ল। দাড়ি আৰু চুলি ইচ্ছামতে বাঢ়িবলৈ দিলে, মানুহৰ লগত কথা পাতিবলৈ পাহৰি গল। ইমানতে জানিবা বেজবৰুৱা ডাঙৰীয়াই ঘটনাৰ সম্ভেদ পাই দুৱৰাক ঘৰলৈ ওভটাই আনিলে। কিন্তু আনন্দজনক মন ঘূৰাবলৈ সমৰ্থ নহল। ৰাধিকানন্দ চৌধুৰীয়ে পাছত এলাহবাদত আশ্ৰম পাতি বসবাস কৰিবলৈ ললে, ৰলীন খাউণ্ড কিন্তু চিৰ-জীৱনৰ বাবে নিৰুদ্দেশ হ'ল। জীৱনৰ এই দুৰ্ঘটনাই কবিজনাৰ জীৱনত বাৰুকৈয়ে চাপ পেলাই থৈ গৈছিল। ইও এক আত্মীয়ৰ সৈতে বিচ্ছেদৰ ইতিহাস। তথাপি আত্মদহনৰ পৰা হাত সাৰিবৰ বাবে কবিয়ে কাব্যচৰ্চ্চা কৰিবলৈ ললে এইখন পৃথিৱীত মানুহ ওপজে যিখন পৃথিৱীত বুঢ়া, হয় মৰে আৰু য'ত ভাল পায় আৰু পাহৰে।

তথাপি জীৱন সুন্দৰ, জীৱন এক অখণ্ড জ্যোতি কবিয়ে অনুভৱ কৰিছে "তুমি হাতৰ মুঠিৰ মাজত থকা বস্তু নহয়। তোমাৰ কাম দূৰ—সুদূৰৰ বাট উজ্বলাই আগুৱাই লৈ যোৱা.......আগলৈ...আৰু আগলৈ....

"জীৱনৰ দান" কথা কবিতাটোৰ লগত শ্ৰীনাৰৰ *Life Gifts*ৰ সাদৃশ্য লক্ষ্য কৰা যায়। যতীন্দ্ৰনাথ দুৱৰাৰ "সেই হালধীয়া ফুল পাহি" শীৰ্ষক কথা-কবিতাটি মূলত সংযোগ কৰা হোৱা নাছিল। কবিতাটি উনবিংশ শতিকাৰ ষষ্ঠ দশকত ৰচনা কৰা হৈছিল। প্ৰেয়সীৰ মায়াজালত বন্দী স্বপ্নবিভোৰ এক প্ৰেমিক, যি প্ৰেয়সীৰ বাবে নানা তৰহৰ সোণালী, ৰূপালী ৰঙৰ ফুলি তুলিবৰ কাৰণে এদিন গৈ স্বৰ্গত উপস্থিত হ'ল। তাতে তেওঁ প্ৰেমৰ পৰশ যৌৱনৰ উন্মাদনা, চেনেহী চাৱনি, কেৰাহি কটাক্ষ মিলনৰ আকুলতা, সপোন ৰলিয়া, ভৱিষ্যতৰ আশা ইত্যাদি ফুলবোৰৰলৈ ৰংমনেৰে পুনৰ মৰতলৈ উভতিব খোজোতে তাত থকা দেৱদূতজনে সোঁৱৰাই দিছে যে এই প্ৰচেষ্টা অথলে যাব। তেওঁ কলে চোৱাচোন, সৌ গছৰ গুৰিত সেই অকনমান হালধীয়া ফুলপাহি কেনেকৈ ফুল আছে, তাকে

লোৱা কাৰণ তুমি যিবিলাক ফুল তুলিলা সেই ফুলবিলাক সৰগতহে ফুলে, মৰতত মৰহি যায়।" দেবদূতৰ কথা মতেই প্ৰেমিকজনে সেই পাহি ফুল লগত লৈ আহিল।

সংসাৰৰ কাৰ্য্যকাল শেষ হোৱাৰ পাছত প্ৰেমিকৰ অস্তিত্ব নোহোৱা হ'ল। ৰিক্ত হৃদয়েৰে অতি নিঃসঙ্গভাৱে পৃথিৱীৰ বুকুত ঠিয় হৈ থাকিল এগৰাকী নাৰী, যাৰ "প্ৰেমৰ পৰশ মৰহি গ'ল... যৌবনৰ উন্মাদনা জীৱন সংগ্ৰামৰ ঘাত-প্ৰতিঘাতত কেনিবা পলাল... চেনেহী চাৱনি পাহৰণিৰ বুকুত, কেৰাহী কটাক্ষ অৱস্থাৰ বিপৰ্যয়ও বিপৰীত, মিলনৰ আকুলতা...সংসাৰৰ বাধা-বিঘিনিত জয় পৰি ব্যাকুলতাত পৰিণত......ভৱিষ্যতৰ আশা অতীতৰ সামৰণি...সপোন বলিয়া দিঠকত নিৰুপায়" গীতাত কৃষ্ণই কৈছে "অনিত্যয়া সুখম্ লোকম— এই পৃথিৱীত কোনো বস্তুৱে প্ৰকৃত আৰু স্থায়ী সুখ দিব নোৱাৰে। হাঁহি আৰু হতাশা প্ৰেম আৰু শংকাই মানুহক সংসাৰত আচ্ছন্ন কৰি ৰাখে, কিন্তু সত্যৰ সন্ধান দিব নোৱাৰে। আনকি পৃথিৱীত দেখা পোহৰ আৰু এন্ধাৰ সম্পৰ্কেও কাৰো সম্যক জ্ঞান নাথাকে। পুৱা, সন্ধ্যা ইত্যাদি সময়ৰ লেখ-জোখ কৰা শব্দবোৰ আমি ব্যৱহাৰ কৰো কেৱল নিজৰ সুবিধাৰ বাবেহে। প্ৰকৃততে সময়ৰ কোনো সীমা নাই। সূৰ্য্য উদয়ো নহয়, অস্তও নেযায়। আমি সূৰ্য্যটো দেখা নাপাওঁ কাৰণে অস্ত যোৱা বুলি কওঁ আৰু সূৰ্য্যটো উঠা দেখোঁ কাৰণে আমি ভাবো যে সূৰ্য্যৰ উদয় হয়। এইবিলাক কেৱল আমাৰ মনৰ ধাৰণাহে। আচলতে সত্য ঘটনা নহয়। মানুহৰ পাৰ্থিব আকাঙ্খাও সত্য নহয়। সত্য কেৱল বিশ্বাস আৰু শান্তি। অৰ্থাৎ সেই হালধীয়া ফুলপাহি। বিষয়-বাসনাৰ স্পৰ্শাতীত এক স্বৰ্গীয় সম্পদ। ইয়েই মানুহক দেৱত্ব প্ৰদান কৰে। দেবদূতে প্ৰেমিকজনক কৈছিল "মৃত্যুৰ অনুমতি নোপোৱালৈকে ইয়ালৈ কোনো সোমাব নোৱাৰে।" মৃত্যু অনন্ত জীৱনৰ পথ-প্ৰদৰ্শক।



'পোহৰ' নামৰ কথা-কবিতাটোতো একধৰণে মানুহৰ সীমাবদ্ধ জ্ঞানৰ কথা সোৰৰাই দিয়া হৈছে। মৃত্যুৰ স্তব্ধতাৰ সিপাৰে অখণ্ড পোহৰৰ জিলিঙনি। মহাকালৰ স্পৰ্শত সেয়েহে পৃথিৱীৰ আন্ধাৰ ক্ৰমাণ্বয়ে বিনাশ হৈছে। অজ্ঞান মানৱে এই ঐশ্বৰিক মহত্বৰ কথা প্ৰথমে বুজিবলৈ সক্ষম হোৱা নাই। মানুহৰ চিৰকলীয়া অহংবোধ, যি মানুহৰ চকুত এন্ধাৰৰ কালিমা সানি থৈ যায়, সেই অহংবোধ ইয়াত সক্ৰিয় হৈ উঠিছে—"নাই, আমি দুৱাৰ মেলিব নাজানো আমাৰ দুৱাৰ সদায় বন্ধ। এই দুৱাৰৰ কাষতেই মোৰ বোপা, ককা ইত্যাদি সকলো পুৰুষানুক্ৰমে দুৱৰীয়ে লৈ গ'ল। ময়ো বুঢ়া হবলগীয়া হলোঁহি, ইমানদিনে কোনেও আহি আমাক দুৱাৰ মেলিবলৈ শিকোৱা নাই। মিছাতেই দুৱাৰ নধৰিয়াবা—যৰ মানুহ, তলৈ গুচি যোৱা দুৱাৰ মেলা নহয়।" কিন্তু মহাকালৰ গতিক প্ৰতিৰোধ কৰিব পাৰে, এনে শক্তি তুচ্ছ মানৱৰ হাতত নাই। পৃথিৱীখন ভাঙি-পিতি নতুনকৈ সজোৱা হ'ল। য'ত "বুকুত ফটিকৰ ধাৰ যেন পানী লৈ নৈ সাগৰলৈ বৈ যাবলৈ ধৰিলে।" এই যাত্ৰা যেন অপৰূপ, অপাৰ্থিৱ সৌন্দৰ্য্য-সন্ধানী মানৱৰ জয়যাত্ৰা।

## 'মিলনৰ সুৰ'

কবি যতীন্দ্ৰনাথ দুৱৰাৰ 'মিলনৰ সুৰ' পঞ্চমখনি কবিতাৰ পুথি। ১৯৬০ চনত প্ৰকাশ হোৱা এই পুথিখনি কবিতাৰ দহোটা স্তৱকেৰে সজোৱা হৈছে। এই কবিতাখিনিৰ মূল সুৰ ছুফীবাদ। পুথিখনৰ "ভূমিকা" ৰ শিতানত ডঃ যোগীৰাজ বসুৱে লিখিছে "তেখেত অসীম-সসীমৰ মিলনৰ পূজাত বহিছে, মই সেই পূজাৰ ঘন্টাবাদক মাত্ৰ।

আত্মা-পৰমাত্মাৰ মিলনৰ আশাই এই কবিতাপুথিখনিৰ প্ৰতিপাদ্য বিষয়। কিন্তু আধ্যাত্মিক বুনিয়াদ অবিহনে মানুহ চকু থাকিও অন্ধ, কাণ থাকিও বধিৰ আৰু বুদ্ধিত চোকা হলেও ই বাতুলতা মাত্ৰ। কেৱল আধ্যাত্মিকতাইহে বাস্তৱ দৃষ্টিভঙ্গী দান কৰিব পাৰে। ই মানুহক সম্পূৰ্ণ আৰু সুস্থ কৰে। জ্ঞান মাৰ্গত সাধাৰণতে তিনিটা বস্তুক স্বীকৃতি দিয়া হয় (১) এবাৰ জ্ঞানৰ উদয় হলে ই কেতিয়াও আমাক পৰিত্যাগ নকৰে। এয়ে জ্ঞান (*wisdom*)। (২) এবাৰ যদি ই আমাক এৰে, ই পুনৰ ঘূৰি নাহে। এয়ে অজ্ঞান (*ignorance of delusion*)। (৩) ই নাহেও নাযায়ো এয়ে ব্ৰহ্ম। এয়েই আত্মাৰ স্বভাৱ। ই নিত্য। মানুহে নিজকে আত্মা বুলি উপলব্ধি নকৰি জীৱ বুলি ভুল কৰে। প্ৰকৃততে দেহ আৰু জীৱ উভয়ে পৰিৱৰ্তনশীল। কিন্তু আত্মা তেনে নহয়। আত্মাইহে মানুহৰ প্ৰকৃত সত্বা, ই সনাতন আৰু অপৰিবৰ্ত্তনীয়। একমাত্ৰ আত্মিক মৰ্য্যাদা উপলব্ধি হোৱাৰ পাছতহে মানুহে নিজৰ প্ৰকৃত স্বভাৱ উপলব্ধি কৰিব পাৰে।

কলে কাণে কাণে আন্ধাৰ বাটত
আছিলো তোমাৰ কাষতে ৰই
পাছে পাছে মই ফুৰিছো সদায়
কায়াৰ লগতে ছায়াটি হই।

ভুলতেই তুমি উলটি নেচালা
মিছাতে দূৰলৈ মেলিলা হাত,
মোক আতৰাই নিজৰ দোষতে
নিজৰ শৰীৰ কৰিলা পাত।"

'বাটৰ ধূলিকো উজ্জ্বল কৰা' জ্যোতিৰ্ময় সেই আত্মাক সেই প্ৰজ্ঞানক চিনি পোৱাৰ পাছত কবিৰ কৃতজ্ঞতাৰ শেষ নাই।

—শোকৰ শিকলি নিলা আতৰাই
জীৱন মৰুত বোৱালাবান,
সকলোটি কাঢ়ি দিলা সকলোটি
তোলালা হিয়াত মধুৰ তান।

ইয়াত "সকলোটি কাঢ়ি দিলা সকলোটি"—কথাষাৰিৰ তাৎপৰ্য্য মন কৰিব লগা। যিসময়ত নিতান্তই সংসাৰী আছিল। সেইসময়ত কবি আছিল তেনেই নিঃস্ব আৰু অকলশৰীয়া। পাৰ্থিব বাসনাৰ মায়াজালত বন্দী তেওঁ হেৰুৱালে মনৰ শান্তি। কিন্তু আত্মিক চেতনাৰ সন্ধান পোৱাৰ লগে লগে কবিৰ হৃদয় ঐশ্বৰ্য্যৰে নধৰা হ'ল। তেওঁৰ জীৱনপথত জ্ঞানৰ মুকুতামণি জলমলাই উঠিল। তেওঁ সেই পৰমাত্মাক 'মহাগায়ক' বুলি অভিহিত কৰিছে।

'মিলনৰ সুৰ' ৰ পাতনিত শেষৰফালে ডঃ যোগীৰাজ বসুৱে লিখিছে "ছুফীদৰ্শনত এই ৰূপৰস গন্ধ-স্পৰ্শময়ী অপৰূপ প্ৰকৃতিৰাণী পৃথিবীখন পৰমাত্মাৰেই সৃষ্টি। মানৱ কবি সেই জগতস্ৰষ্টা সংসাৰ-সাগৰৰ কাণ্ডাৰী বিশ্বকবিৰ এটি কণা মাত্ৰ। সেই বিশ্বকবি হ'ল মহাগায়ক আৰু মানৱ কবিৰ কণ্ঠত সেই মহাগায়কৰ বিশ্বসঙ্গীতৰ অংশমাত্ৰ প্ৰতিধ্বনিত হয়। কবিবৰ হাফিজে কৈছে যে মহাগায়কৰ মুখত এটি স্বৰ্গীয় বাঁহী আছে; সেই বাঁহীৰ আনটো মূৰ আছে মানৱ কবিৰ হৃদয়ত। মহাগাগকে যেতিয়া সেই বাঁহীত সুৰ তোলে তেতিয়া মানৱ কবিৰ হৃদয়ত সুৰতৰঙ্গৰ,—ভাবৰ লহৰীৰ সঞ্চাৰ হয়,

আৰু মানৱ কবিয়ে সেই সুৰকে নিজৰ ভাষাৰে প্ৰকাশ কৰে। এই তত্বটো 'মিলনৰ সুৰ' গ্ৰন্থৰ শেষ স্তৱকত বৰ্ণনা কৰা হৈছে।

মহাগায়কৰ বাঁহীৰ সুৰত
কবিৰ প্ৰাণত কঁপিলে সুৰ
মন্দাকিনীৰ স্নিগ্ধ ধাৰাই
জীৱন শ্ৰান্তি কৰিলে দূৰ।

কিন্তু এইখিনি পোৱাৰ আগলৈকে কবিৰ জীৱন আছিল নৈৰশ্যৰে আৱৰা। মানুহৰ সান্নিধ্যই তেওঁক দান কৰিলে অনেক তিতা-কেঁহা আৰু বিষাদৰ অভিজ্ঞতা। তথাপি সময়ৰ আহ্বান গ্ৰহণ নকৰিলে মানুহৰ গত্যন্তৰ নাই—

বাহিৰত যত মিছা কোলাহল
নিৰলা চুকৰ শান্তিৰ বাণী,
জীৱনত পোৱা সুখৰ দুখৰ
মিঠাৰ তিতাৰ সোৱাদ আনি।
সামৰি সকলো এদালি সুতাৰে
গাথিছোঁ এধাৰি অপূৰ্ব্ব হাৰ,
নিতে নিতে এটি পাহি সৰি যায়
লগতে আয়ুস ঢুকায় তাৰ।
ধূলিৰ দেহাটি ধূলি˜ মাজত
আপোনা-আপুনি মিহলি হব
শত বৰষৰ বতাহৰ পাছে
জগতত মোৰ কি চিন ৰব?

নিজৰ অস্তিত্ব সম্পৰ্কে সন্দিহান এইখন পৃথিবী, এয়ে মানুহৰ জীৱনৰ ৰথ। এই ৰথৰ চকৰিয়ে মানুহক এনে এক দোদুল্যমান বিন্দুত ঠিয় কৰাই দিয়ে, যত মানুহে থাউনি পোৱাই টান। অথচ মানুহে কেৱল জীয়াই থকা কালতেই নহয়, মৃত্যুৰ পাছতো পৃথিৱীত নিজৰ



স্বীকৃতি বিচাৰে। এক কথা কবলৈ গলে অমৰত্বৰ বাসনাই মানুহক প্ৰত্যক্ষ নাইবা পৰোক্ষভাৱে প্ৰতিক্ৰিয়া কৰে। নিজাম-ই-চমৰকন্দি নামৰ এজন পাৰ্চী লিখকৰ 'হাচু মকৰলা' বা "চাৰিটা আলোচনা' নামৰ গ্ৰন্থত এই কথা লিখিছে—"আল্ হিজিৰা ৫০৬ বৰ্ষত খাজা ইমাম্ ওমৰ খায়াম আৰু খাজা ইস্ফিজাৰী আহি বাল্খ্ নগৰীত উপস্থিত হলহি। নগৰৰ যি চোৱাত দাস-দাসী ক্ৰয়-বিক্ৰয় কৰা বজাৰ আছে সেই অঞ্চলৰ আমীৰ বাবু জৈদৰ ঘৰত এখন ভোজমেলত তেখেত সকলৰ লগত মোৰ দেখা হয়। ভোজমেলৰ নানা আলোপ আলোচনাৰ মাজতে এবাৰ হুজ্জত্-উল-হক্ (সত্যৰ প্ৰমাণ স্বৰূপ) খাজা ওমৰে কোৱা এষাৰ কথা মোৰ কাণত পৰিল। তেখেতে কৈছিল "মোৰ সমাধি যত হ'ব তাত বছৰত দুবাৰকৈ গছে ফুল চতিয়াব।" নিজামে সেই কথা অসম্ভৱ বুলি ভাবিলেও বহুবছৰৰ পাছত ওমৰৰ সমাধি স্থানলৈ আহি সেই ভবিষ্যত বাণীৰ সভ্যতা নিজৰ চকুৰে উপলব্ধি কৰিছিল। চেলজুক সামৰাজ্য অন্তৰ্গত সূৰ্য্যৰ দেশবুলি খ্যাত খোচ্ৰাচান প্ৰদেশৰ নিচাপুৰ নগৰত হিৰানামৰ এখনি গোৰস্থান। বাওঁফালে এখন প্ৰাচীৰ আছে, যত খাজা ওমৰক কবৰ দিয়া হৈছিল। নাজিমে দেখিলে সেই কবৰস্থানখনি যেন নাচপতি আৰু নৰাবগৰীৰ ফুলসজ্জাহে। ওমৰে নিজে আশা কৰাৰ দৰেই এনেদৰে পৃথিৱীত নিজক জীয়াই ৰখাৰ প্ৰমাণ পোৱাত বিস্ময় কৃতজ্ঞতা আৰু শ্ৰদ্ধাৰে নিজামৰ শিৰ সেইদিনা অৱনত হৈছিল। কিন্তু নিজৰ ভাগ্যক হাতৰ মুঠিত লৈ ফুৰাত শক্তি ওমৰৰ দৰে আন কাৰো থাকিব নোৱাৰে তেওঁ আছিল তৰ্কৰ অতীত বহুতো ৰহস্যমধুৰ কাৰ্য্যৰ কাৰণ স্বৰূপ।

মানৱ সমাজত নিজৰ স্বীকৃতি নাইবা জীৱন মৃত্যু সম্বন্ধে বহুত প্ৰশ্নৰ উত্তৰ নেপালেও যতীন্দ্ৰ নাথ দুৱৰাই সাধকৰ দৃষ্টিৰেই সকলো কথা গ্ৰহণ কৰিবলৈ সক্ষম হৈছিল। জীৱনজোৰা চিত্ৰ-বিচিত্ৰ অভি-জ্ঞতাই তেওঁক ইয়াৰ বাবে উদগণি দিছিল যেন লাগে, য'ত ব্যাকুল-

তাৰ পৰিবৰ্ত্তে স্থিৰতা আছে, ভক্তিৰ একাজলী জোনাক আছে। কবিৰ জীৱন মৰুৰ বুকুৱেদি এছাতি শীতল নিৰ্মল এচাটি বতাহ বলিছে। এনে এক শান্তিময় পৰিবেশত তেওঁ সেই চিৰসুন্দৰৰ চৰণৰ নুপূৰ ধ্বনি শুনিছে। কবিৰ হৃদয় জুৰি সৃষ্টি হৈছে "মৰমৰ সুৰ" ৰ ৰাগিণী। "ইয়াৰ ভাবধাৰাটো হৈছে যে ঈশ্বৰ সকলো সময়তে আমাৰ লগতেই থাকে আৰু আমি নানা কামৰ মাজত থাকি তেখেত গৈ পাহৰি যাওঁ আৰু যেতিয়া মনত পৰে তেতিয়া বৰ বেজাৰেৰে কওঁ "প্ৰভু তুমি কলৈ গ'লা ?" আৰু লাহে লাহে অনুতাপ আহে যেতিয়া তেখেতে বুজে যে আমাৰ অনুতাপ অন্তৰৰ পৰা আহিছে তেতিয়া তেখেতে কয় যে মই সদায় তোমাৰ লগতেই আছিলো তুমিহে মোলৈ পাহৰি গৈছিলা; তেতিয়া আকৌ দুয়োৰে মিলন হয়।" ("মোৰ কবলগীয়া দু-আষাৰ মান"—যতীন্দ্ৰ নাথ দুৱৰা)

অসম সাহিত্য সভাৰ ভাষনাৱলীত উল্লেখ আছে যে "বিখ্যাত ফাৰ্চী কবি হাফেজৰ কিছুমান ৰুবাইয়াতৰ সুললিত ভাঙনি কৰি কবিয়ে "জীৱনৰ সুৰ' নাম দি আন এখনি কবিতাৰ পুথি যুগুত কৰি ৰাখিছে। ই এতিয়াও অপ্ৰকাশিত।" এই জীৱনৰ সুৰেই পাছত 'মিলনৰ সুৰ' লৈ ৰূপান্তৰিত হ'ল। প্ৰকৃততে পাছৰ নাম-টিয়েহে পুথিখনৰ প্ৰতিপাদ্য বিষয়ৰ যথাৰ্থতা প্ৰমাণ কৰিলে। আধ্যাত্মিক জীৱনৰ বুনিয়াদ গঢ়ি তুলিবলৈ যাওঁতে দুৱৰাই অতি আন্তৰিকতাৰে উপলব্ধি কৰিছিল যে "জীৱনৰ একোটি মহিমাময় মুহূৰ্ত্ত অনাহকীয় জীৱন একোটিতকৈ বেছি মূল্যবান।"



## "মৰমৰ সুৰ"

যতীন্দ্ৰনাথ কবিতাৰ অন্তিম সংগ্ৰহখনিৰ নাম "মৰমৰ সুৰ"। ইতিমধ্যে "বনফুল"ত প্ৰকাশ হোৱা দুই এটা কবিতা আৰু অ'ত ত'ত সিচৰিত হৈ থকা কবিতাসমূহ দুৱৰাৰ ভতিজাক বসন্তলাল দুৱৰাই সংগ্ৰহ কৰি ১৯৭৬ চনত প্ৰকাশ কৰি উলিয়ালে। "*not to be Published*" বুলি কবিয়ে লিখি থোৱা দুটামান কবিতাও ইয়াত সন্নিবিষ্ট কৰা হৈছে। "মৰমৰ সুৰ" নামটোও সংগ্ৰহকেই দিছে। কবিৰ পুৰণা বহীৰ পাতত "মৰমৰ সুৰ" চেনেহৰ সুৰ আদি কেইটামান নাম দেখি তাৰে এইটি নাম বাছি দিলে। এইখিনিতে পুথিখনৰ পাতনি ৰচোতা শ্ৰীতীৰ্থনাথ শৰ্মাদেৱৰ এটি বক্তব্য মন কৰিবলগা "শ্ৰীমান বসন্তলাল দুৱৰাই বহুত পৰিশ্ৰম কৰি অ'ৰ ত'ৰ পৰা কবিতাবিলাক বুটলি ননাহেতেঁন বা পুৰণি টোৱাকলীয়া বহীৰপৰা উদ্ধাৰ নকৰাহেতেঁন এই সুৰদী কবিতাখিনি কিজানি হেৰাই গলহেতেঁন। সেইফালৰপৰা চালে এই গ্ৰন্থ দুৱৰাৰ হেৰাব খোজা মৰমৰ কবিতা বা সুৰৰ সংগ্ৰহ আৰু সেইকাৰণে মৰমৰ সুৰ। হেৰোৱা সপোন হেৰোৱা কুৰঁৰী হেৰোৱা সুৰ আদি ভঙ্গিতা বিলাক দুৱৰাৰ বৰ প্ৰিয় আছিল। এতিয়া তেখেতৰ কবিতাৰ এই শেষৰ সংগ্ৰহখনিৰ নাম হেৰোৱা সুৰ হোৱাহেতেঁন জীৱিত থকা হলে তেখেতে নিজেও কিজানি সমৰ্থন কৰিলেহেতেঁন।" ইয়াত থকা কিছুমান কবিতা অৱশ্যে।

বিশেষ উপলক্ষ্যত লিখা, (জয়মতী, বিহু আদৰণি, মহামানৱৰ মহাপ্ৰয়াণ, অসমত আৰু লক্ষীনাথ নাই, লালা লাজপত ৰায় ইত্যাদি)। আনহাতেদি আশীৰ্ব্বাদীয়া বাণী, বেদমন্ত্ৰৰ অনুবাদ, শ্ৰীশ্ৰীশঙ্কৰদেৱ আদি কবিতাও ইয়াত সন্নিবিষ্ট কৰা হৈছে। ইয়াত থকা আন কিছুমান কবিতা আকৌ বাতৰি-কাকতৰ সম্পাদকৰ তাগিদা এৰাব নোৱাৰি লিখা।

প্ৰকৃতপক্ষে দুৱৰাৰ কাব্য-চৰ্চা নিচিগাধৰৰ বোৱতী সুঁতি নাছিল। তেওঁ সাধাৰণতে নিশাহে কবিতা লিখে। ভাল নালাগিলে ফালি পেলায়। কেতিয়াবা বহুদিন ধৰি একো নিলিখাকৈ থাকি কেৱল ৰহস্য উপন্যাস পঢ়িয়ে সময় কটাই দিয়ে। কাব্য-প্ৰবাহিনীৰ এনে স্তব্ধতাৰ কাৰণবোৰো আছিল আশ্চৰ্য্যৰ। কেতিয়াবা একোটা কাল্পনিক অসুস্থতা, কেতিয়াবা সচাঁসচি অসুস্থতা, কেতিয়াবা কাৰোবাৰ কিবা কথাত ঠেহ লাগিও নিলিখা হৈছিল। আপোনভোলা কোমল-মতিৰ এইজনা কবি আছিল অতি মৰম আকলুৱা। ভালেমান কবিতা হেনো চকুপানী টুকি টুকি লিখিছিল। এনে তীব্ৰ আবেগৰ জোৱাঁৰে তেওঁক উটাই লৈ ফুৰিছিল, যাৰ কাৰণে তেওঁৰ জীৱনৰ ক্ষণবোৰ হৈ পৰিছিল বৈচিত্ৰ্যময়। নিজৰ মানসসন্তান কবিতাবোৰ চাই কোনোবাই তেওঁৰ প্ৰতি ভুল ভাব পোষণ কৰে বুলিও কবিৰ দুঃশ্চিন্তাৰ অন্ত নাছিল "তোমাৰ মৰমৰ বস্তু এটা আনৰ হাতত অনাদৰ দেখিলে তোমাৰ জানো বেয়া নালাগিব। এনেবোৰ কাৰণতে মই কবিতা নুলিয়াওঁ আৰু লেখাৰ কথাওঁ বৰকৈ মানুহক নকওঁ।" প্ৰকৃততে কবিৰ কাব্য ফুলনিৰ পৰা ওবে জীৱন জুৰি হেৰাই যোৱা ফুলৰ এক মিঠ সুবাস উটি আহিছিল। লুইতৰ পাৰৰ সোনোৱালী বালি এমুঠি হাতত লৈ স্থিৰ লক্ষ্যেৰে জীৱনৰ সোঁতত নাও পাৰি দিয়া নাৱৰীয়াই শুনিছে চিৰকালৰ বাবে পৃথিবীৰ পৰা হেৰাই যোৱা অথচ সময়ৰ বালিত পদচিহ্ন থৈ যোৱা অনেক লোকৰ বতৰা। সেয়া মহামানৱ মহাত্মাগান্ধী, মহাসতী জয়মতী শ্ৰীমন্ত শঙ্কৰদেৱ লক্ষ্মীনাথ বেজবৰুৱা, লালা লাজপত ৰায় ইত্যাদি। কবিজনাৰ এয়া অতীত স্মৃতি ৰোমন্থন হলেও এইবোৰৰ মাজেদি সমাজৰ প্ৰতি এক নিৰৱিছিন্ন দায়িত্ববোধ আৰু গুণীজনাৰ প্ৰতি শ্ৰদ্ধাৰ মনোভাব সুন্দৰভাবে পৰিস্ফুট হৈ উঠিছে। কিন্তু হেবোৱা স্মৃতিৰ মায়াৰে আৱৰা হলেও "ককাদেউতা আৰু নাতি লৰা" ৰ মাজেদি মানৱ প্ৰাণৰ নিস্পাপ আকাঙ্ক্ষাৰ যিটো দিশ অঙ্কণ কৰা হৈছে সি তুলনাবিহীন।



"পোনাটি পুৱাৰ যেন কনক কিৰণ
আনজন সন্ধিয়াৰ হেঙুলি ৰহণ"—অথচ দুয়ো দুয়োৰে মাজত হেৰাই গৈছে। পাহৰি গৈছে বয়সৰ ব্যৱধান। পোনাটিৰ প্ৰাণটিয়ে পৃথিবীত মাথোন গজালি মেলিছে, মানুহৰ চিৰন্তন ঘৰ বন্ধাৰ সপোন তাৰ বুকুত ক্ৰমান্বয়ে লাহ দি উঠিছে। অথচ আশ্চৰ্য্যৰ কথা, ককাদেউতাকে তাক এই কাৰ্য্যত প্ৰত্যক্ষভাবে সঁহাৰি জনাব পৰা নাই। কাৰণ "কালৰ সোঁতে যে নিলে সকলো উটাই।" মানৱ জীৱন এনেকুৱাই। আজলি ভৰাই দিয়ে যেনেকৈ সময় আহিলে সকলোবোৰ কাঢ়ি লৈও যায় তেনেকৈ। আত্মীয়-স্বজনেৰে উখল-মাখল লাগি থকা ঘৰ এখনিও কালৰ গতিত শূন্য হৈ পৰে। ঐশ্বৰ্য্যৰ অধীশ্বৰ বাটৰ ভিকহুত পৰিণত হয়। পদুম পাতৰ পানীৰ দৰে জীৱন অথিৰ। পৰিবৰ্ত্তনশীলতাই ইয়াৰ চৰিত্ৰ। এৰি অহা দিনৰ অনেক অভিজ্ঞতাই ককাদেউতাকক শিকাইছে যে খন্তেকৰ উছাহৰ বাবে বালিঘৰ সাজি লাভ নাই। কালৰ গৰাখহনীয়াই সকলোবোৰ উটাই লৈ গুচি যায়। এই ভঙা-পতা খেলৰ মানুহ মাথোন এক নীৰৱ দৰ্শক। অতীতৰ পৰা নিছিগা ধাৰেৰে বৈ অহা সোঁৱৰণীৰ বাদে মানুহৰ হাতত নিজৰ বুলিবলৈ একোৱেই নাথাকে। যতীন্দ্ৰনাথ দুৱৰাৰ এনে কিছুমান কবিতাই ৱৰ্ডছ্‌ৱৰ্থৰ "চাইম নলী" ৰ চিত্ৰ মনলৈ আনি দিয়ে। এসময়ৰ উচ্ছল যৌৱন, কৰ্মঠ শৰীৰ, উজ্জ্বল হাঁহি ভৰা মুখৰ অধিকাৰী চাইমন লীৰ বুকুৰ পৰাও কালে সকলোবোৰ কাঢ়ি লৈ গ'ল। আত্মীয়-স্বজন, বন্ধু-বান্ধৱ সকলো নিপাত হোৱাৰ পাছত কেৱল বাৰ্দ্ধক্যকে সাৰটি লৈ নিঃসঙ্গভাবে পৃথিবীত পৰি ৰ'ল চাইমন। কবি দুৱৰাকো এনে নিঃসঙ্গতা আৰু বিষণ্ণতাই আৱৰি ধৰিছে। তথাপি কবিৰ জীৱনত এই স্মৃতিৰ সৈতে তেওঁ সম্পূৰ্ণ মানুহজন সংলগ্ন প্ৰায়। জীৱন বৃক্ষৰ মূল শিপাদাল আছে অতীতৰ বুকুত, তাৰ ডাল-পাতবোৰহে কেৱল বৰ্ত্তমানত পোৱা যায়। "অতীতক নেযাবা পাহৰি" "অতীতক যোৱাহে পাহৰি" ইত্যাদি জীৱনৰ বিভিন্ন

মুহূৰ্ত্ত আলোকপাত হ'ব পৰাকৈ তেওঁ স্মৃতিৰ শলিতা জ্বলাই থৈছে। কথা প্ৰসঙ্গত সেয়েহে দুৱৰাই কৈছিল "তুমি মোৰ পৰা অতীতক কেনেকৈ কাঢ়ি নিবা। মোৰতো ভবিষ্যত নাই। মোৰ অতীতেই ভবিষ্যত।"

সেইবোৰ দিনত যৌৱনৰ সোণালী সাঁকোৰেদি কোন আহি কোন গ'ল কবিয়ে যেন নিজেও নেজানে। স্বপ্নভঙ্গৰ ক্ষণত তেওঁ কল্পনাৰ প্ৰেয়সীক দেখিছে ভটিনীপাৰত। কবিয়ে সেয়েহে সংসাৰৰ মায়াজালৰ প্ৰকৃত মৰ্ম বুজিব পাৰি নিজৰ কৰ্ত্তব্য স্থিৰ কৰি ল'লে।

মাৰ গ'লে পছিমত ভাগকুৱা বেলি
ছাঁ আহি পৰিব তীৰত
নাওখনি অকলই আন্ধাৰত বান্ধি
নাৱৰীয়া উঠিব পাৰত।।

নাৱৰীয়াৰ বেশত কবিয়ে জীৱনক বুজিবলৈ চেষ্টা কৰিছে। পৃথিবীৰ ম'মুহৰ বাবে এৰি গৈছে ক্ষত-বিক্ষত হৃদয়ৰ অনেক সুখ-দুখৰ সংবাদ। এপাহ বনৰীয়া ফুল এটি আকাশী বুলবুল, বনৰীয়া ৰাজহাঁহ, সেউজবুলীয়া জেতুকাপাত এই আটাইবোৰকে কবিয়ে মাধ্যম হিচাবে ব্যৱহাৰ কৰিছে। নৈসৰ্গিক জগতত চকুৰে দেখা কোনো দৃশ্য বা ঘটনাই কবিৰ হৃদয় জুৰি যি প্ৰতিক্ৰিয়া কৰিছে, তাৰ ফলতেই সৃষ্টি হৈছে অনেক কবিতাৰ। কিন্তু প্ৰতিটো কবিতাৰে মূল সুৰ অতীতৰপৰা উটি আহিছে। তথাপি সকলো উজাৰ কৰি দিয়াৰ পাছতো কবিয়ে কিন্তু নিজৰ বাবে কিবা এটা সাচি ৰাখিছে। অতি সংগোপনে। ই যেন কস্তুৰী মৃগৰ গুপুতৰ ধন। তেওঁৰ জীৱন বৃত্তৰ পৰিধিৰ মাজত জাপানী কবি কায়তগুৰ কণ্ঠৰ প্ৰতিধ্বনি শুনা যায়—

ওখ নহয় সেই পাহাৰবোৰ
ওখ নহয় সেই পাহাৰবোৰ
য'ত আমি লুকাই থওঁ
আমাৰ হৃদয়ৰ নিৰ্জন নিৰ্জ্জনতা



পৃথিবীৰ চকুৰ অলক্ষিতে দুৱৰাইও ওৰে জীৱন সেই শব্দহীন শান্ত বননিখনৰ প্ৰহৰী হৈ ৰ'ল।

দুৱৰাৰ সম্পৰ্কে প্ৰকাশ হোৱা প্ৰবন্ধবোৰ পঢ়ি তেওঁ প্ৰতিবাদ কৰি কৈছিল "মোক মানুহে দুঃখবাদী, নিৰাশবাদী বুলি কয় হয়, পিছে মই হ'লে নিৰাশবাদীও নহওঁ দুঃখবাদীও নহওঁ। কেলৈ হ'ম? উজনিত উলহ-মালহ থাকিবই, মোৰ নাওহে ভটিয়াই যায়।"

সৌন্দৰ্য্যসন্ধানী কবিৰ মন পখিলাই কেৱল এন্ধাৰেই নহয়, পোহৰো চিনি পায়। সুখ-দুখ, হৰ্ষ-বিষাদৰ ৰঙ-পাখিত লাগি অমৃতৰ সন্ধান কৰাই পখিলাৰ কাম।

## যতীন্দ্ৰনাথ দুৱৰা কেৱল প্ৰেমৰেই কবি নে ?

"বনফুল"ৰ পাতনিত ড' বিৰিঞ্চিকুমাৰ বৰুৱাই লিখিছিল "দুৱৰা মুখ্যতঃ প্ৰেমৰ কবি।" আনহাতেদি "অসমীয়া সাহিত্যৰ ইতিবৃত্ত"ত ডিম্বেশ্বৰ নেওগদেৱে লিখিছে "জোনাকীৰ সমসাময়িক কবিসকল আছিল আশাবাদী। মানসিক ব্যাধিৰ দ্বাৰা তেওঁলোক প্ৰপীড়িত নাছিল, কিন্তু পৰৱৰ্ত্তী কবিসকলৰ কেবাজনো প্ৰধান কবিৰ ৰচনাত নিৰাশা-বাদে প্ৰকাশ্য ভাবে দেখা নিদিলেও ব্যৰ্থতাৰ চিন পৰিস্ফুট। ৰঘুনাথ চৌধাৰী, যতীন্দ্ৰনাথ দুৱৰা, গণেশ গগৈলৈ এই প্ৰসঙ্গত আঙুলিয়াব পাৰি।

এই দুয়োটা দিশেৰেই বিশ্লেষণ কৰি চালে দুৱৰাৰ কবিতাৰ সম্পৰ্কত এটি সম্যক আভাষ পোৱা হয়। দুৱৰা মনে-প্ৰাণে ৰোমাণ্টিক ভাৱধাৰাৰে অনুপ্ৰাণিত হৈছিল। অষ্টাদশ শতিকাৰ ৰীতিবাদী প্ৰাণহীন সাহিত্যৰ বিপৰীতে পৃথিৱীত যি বিস্ময়কৰ আৰু প্ৰাণোচ্ছল ৰমন্যাসিক সাহিত্যৰ সৃষ্টি হৈছিল সেই সাহিত্যত কবিসকলে নিজৰ আৱেগ অনু-ভূতিসমূহ প্ৰাণ উজাৰি প্ৰকাশ কৰিছিল। ওৱৰ্ডছৱৰ্থ, শ্বেলী, বাইৰণ, ক'লেৰিজ, কীটছ আৰু স্কট আদিৰ কবিতাই এটি নতুন যুগক আদৰণি জনালে। *"The Ladp of the Lake," "of Lay of the last Minstrel"* প্ৰভৃতি কবিতাত প্ৰেমৰ স্বৰূপ সম্পৰ্কে স্কটে উদঙাই দেখুৱালে। ৱৰ্ডছৱৰ্থে সৃষ্টি কৰিছে *'Lucy'* ৰ দৰে অমৰ প্ৰেমৰ কবিতা। অসমৰ কবি দুৱৰাইও প্ৰেমৰ পৰশমণিৰে উদ্ভাষিত কৰি অনেক কবিতা মানৱ সমাজৰ বাবে উপহাৰ দি গ'ল। যেনে— (১) লাহে লাহে আঁতৰিল বা বিদায়, ক) (২) দিনৰ দিনটো ঘূৰি নাৱৰীয়া, ক) (৩) প্ৰকৃতিৰ কোমল কোলাত— (বিদায়—খ) (৪) পথিকৰ শেষ বাণী (নাৱৰীয়া, খ) (৫) পাহৰা সুৰ

(৬) বিদায়, গ) (৭) সঙ্গীত (৮) তোমালৈ (৯) তেন্তে (১০) বিশ্বাসৰ সমূলি বিনাশ (১১) বলিয়া বৰাগী (১২) মিলন (১৩) সুখৰ সপোন (১৪) চকুলো (১৫) হেৰোৱা সপোন ইত্যাদি। "জীৱন সাৰথি মোৰ নেযাবা দুনাই, কায এৰি নেযাবা দুনাই, চিকমিক বিজুলীৰ ছয়াময়া বেশ থোৱা থোৱা দূৰতে লুকাই" (সুখৰ সপোন) বুলি আকুতি কৰা জনেই প্ৰেম মদিৰাৰ পাত্ৰ দূৰলৈ আঁতৰাই থৈ কলে

"শান্ত তাপসৰ দৰে থাকিবা এচুকে
এৰি দিয়া বাসনা বিলাস
ঘৰে ঘৰে কান্দি কান্দি নকৰা দুনাই
বিশ্বাসৰ সমূলি বিনাশ।।"

"বিশ্বাসৰ সমূলি বিনাশ" নামৰ এই কবিতাটোতে কবিৰ জীৱন চিত্ৰ খনি সুন্দৰভাবে পৰিস্ফুট হৈছে। পূৰ্ণিমাৰ জোনাকীনিশা কৰিয়ে ধীৰে ধীৰে হৃদয়ৰ দুৱাৰ খুলি দিছে প্ৰেয়সীৰ বাবে। এই প্ৰেমৰ গঙ্গাজলত স্নান কৰি তেওঁৰ জীৱনে ধন্য মানিছে। কিন্তু অভাগাৰ জীৱনত অখণ্ড প্ৰদীপ নজ্বলে। প্ৰেমৰ আকাঙ্খা "দিঠকত সপোনৰ ছয়া ময়া খেলা।" সকলো কথা উপলব্ধি কৰাৰ পাছতো কবিৰ হৃদয় অবুজ শিশুৰ কান্দোন "এতিয়াও ভাবি আছা পৰাণ মাজত কোনে যেন তুলিব উচ্ছাস।" কবিৰ জীৱনলৈ সেই দিন আৰু কোনোদিনে ঘূৰি নাহিল। সেয়েহে স্থিৰ অবিচলিত চিত্তেৰে সংসাৰৰ বিলাসবাসনা মুক্ত 'শান্ত তাপস' জনা জীৱন যুদ্ধত এজন অপৰাজেয় সৈনিক ৰূপে পৰিগণিত হ'ল।

"আঁতৰিলে আচৰণ শূন্য লীলা খেলা
দেখি হব পৰাণ উদাস
আপুনি উঠিব বাজি অন্তৰ মাজত
বিশ্বাসৰ সমূলি বিনাশ।"

কুৰি শতিকাৰ শ্ৰেষ্ঠ গীতি কবি যতীন্দ্ৰনাথ দুৱৰাই বাঁহীৰেই

প্ৰথম সুৰৰ আখৰা কৰিছিল। যৌৱনে কবিক উপহাৰ দিলে ব্যৰ্থতাৰ এমুঠি আন্ধাৰ। ওৱে জীৱনটো তেওঁ ভৰাবচা আকাশ আৰু জোনাকভৰা ৰাতিৰ সন্ধান কৰিলে। বিনিময়ত নিজৰ শূন্য দুহাত চাই বেথাকে মোৰ বুলি সাৱটি লব লগা হ'ল। "ভাগ্যহীন জীৱনৰ সুৰহীন গান" গাবলৈ কবিয়ে "নাৱৰীয়া" "বাটৰুৱা" ইত্যাদি প্ৰতীকৰ সহায় লয়ে। "কোনো কবিতাত মিলন, কোনোটিত প্ৰত্যাখানৰ নিদাৰুণ মৰ্মঘাত, কোনোটিত অতৃপ্তিৰ দীৰ্ঘশ্বাস, কোনো-টিত বিদায়ৰ বেদনা ধ্বনিত হৈছে (বিৰিঞ্চিকুমাৰ বৰুৱা)।" সমালোচক পেটাৰে সেয়েহে কিজানি ৰোমান্টিক সাহিত্যক "সুন্দৰৰে অদ্ভুতৰ পৰিণয়" (*Renascense of Wonder*) বুলিছে। "অতীত-প্ৰীতিয়ে এই কবিতাসমূহত ঘাইকৈ ক্ৰিয়া কৰে। কবি দুৱৰাই "অতীতক নেযাবা পাহৰি" বুলি যদিও মাথোন এটি কবিতাই লিখি থৈ গ'ল, তথাপি তেওঁৰ প্ৰতিটো কবিতাৰ আঁৰত যে একেই আকুতি লুকাই থাকে সেই সূৰ্য্যৰ পোহৰৰ দৰে সত্য কথা। অতীত কক্ষত তেওঁৰ জীৱন সঙ্গীত বাজি উঠে, একান্ত সংগোপনে, পৃথিবীৰ অজানিতে।

কোনো প্ৰেয়সীৰ মূৰ্ত্তি কাব্যফুলনিত মাজে মাজে বিজুলী চমকনিৰ দৰে দেখা গ'লেও দুৱৰাৰ কিছুমান কথাই সহৃদয় পাঠকৰ মনত প্ৰশ্নৰ উদয় নকৰাকৈ নাথাকে। সঁচা কথা ৰোমান্টিক কবিৰ বাবে প্ৰেম আৰু সৌন্দৰ্য্যৰ মাজত ব্যৱধান ৰেখা নাথাকে। কাৰণ

"প্ৰেমত ঘূৰিছে ভূমণ্ডল
প্ৰেমত ফুলিছে শতদল।"

অথচ কবিৰ ভাগ্যৰ দিগন্ত ঘেৰি আছিল অবিশ্বাস আৰু নিৰাশাৰ ডাৱৰে—

"তুমি মোক ভালপোৱা শুনিলেও হাঁহি উঠে
হব পাৰে ইও এটি সপোনৰ ৰেখা;
সপোনৰ শেষ হলে মোহজাল আঁতৰিলে
ছুনাই এনুৱা ভাবে দিবা জানো দেখা।"



কিন্তু দুৱৰাৰ এই মৰম ভালপোৱা প্ৰকৃততে কি ইও এক ৰহস্যৰ কথা। কবিৰ ব্যক্তিগত প্ৰেমৰ নদীখনে কেতিয়াবা সাৰ্বজনীন প্ৰেমৰ মহাসাগৰলৈ গতি কৰিছে। কেতিয়াবা এই প্ৰেমেই অতীন্দ্ৰিয় প্ৰেমলৈ উত্তীৰ্ণ হৈছে। আনহাতেদি ইয়াৰ বাবেই কবি কেতিয়াবা দেশপ্ৰেমত উদ্বুদ্ধ হৈছে। ইয়াত ভিন্নসুৰীয়া কবিতাৰ চাৰিটা স্তৱক উদাহৰণৰ বাবে আগবঢ়োৱা হ'ল।

(১) মাৰ যক তোমাৰ বুকুতে
অন্তহীন সুৰ বিষাদৰ
হাঁহি মুখে মাগিলো মেলানি
তুমি মোৰ প্ৰতিমা প্ৰাণৰ (তোমালৈ)

(২) অহা আহে যোৱা যায় নতুন পুৰণি হয়
জগতত নতুন প্ৰকাশ;
আৱাহন বিসৰ্জ্জন কালৰ সোঁতত ঘূৰে
জীৱনৰ নতুন বিকাশ।

(৩) প্ৰকৃতি বুকুত তোমাৰ হাঁহিটি
দেখো দশোদিশে তোমাৰ ছবিটি,
ই বিশ্ব মাজত তোমাৰ দোখত
সপিলো সকলো কামনা,
তোমাকেই যেন সকলোতে পাওঁ
এয়ে মাথো মোৰ বাসনা।

(৪) সঙ্গীত যেন আকাশ বিয়পি
তোলক বিশ্বৰ চেতনা;
দীনতা জড়তা দূৰ হই যক
আঁতৰত যত বেদনা।
পূৰ্ণিমা পোহৰে উজ্জলাই ধৰা
নামক ধীৰেৰে সৰগৰ পৰা,

পৰি জৰীনত আন্ধাৰ বাটত
ঢালক আশীষ কৰুণা
নমো শতবাৰ হে মোৰ জননী !
চিৰ জীৱনৰ সাধনা !

দেখা গল প্ৰথমটি কবিতাৰ স্তৱকত কবিয়ে প্ৰেয়সীৰ ওচৰত আত্ম-সমৰ্পণ কৰিছে। পাৰ্থিব জীৱনৰ সীমাহীন আশা-আকাঙ্ক্ষাৰ মাজত তেওঁ বন্দী। কবিৰ এয়া প্ৰেয়সী সৰ্বস্ব জীৱন। দুৱৰাৰ "তোমালৈ" কবিতাত শেলীৰ "*The Indian Serenade*"ৰ ছাঁ লক্ষ্য কৰা যায়—

"*Oh! life me from the grass*
*I die, I faint, I fail.*"
(*The Indian Serenade*)

"প্ৰাণ মোৰ পৰিছে ভাগৰি
আথে-বেথে লোৱা তুমি মোক
শেষ হক তোমাৰ কোলাতে
জীৱনৰ যত দুখ শোক
(তোমালৈ)

(২) কালৰ সোঁতত উটি যোৱা জীৱনত পদুম পাতৰ পানী। আজি যিটো প্ৰাণময় আৰু নতুন যেন লাগে, অহা কালিলৈ সেয়েই অপ্ৰয়োজনীয় দ্ৰব্যত পৰিণত হয়। আকৌ নতুনৰ জন্ম হয়, নতুন আকাঙ্খাৰ বীজ পৃথিবীত ৰোপন কৰা হয়। কিন্তু সেয়া যে কিমান ক্ষণস্থায়ী মানুহে নিজেই নাজানে। মানুহৰ এই অজ্ঞানতা পৃথিৱীৰ সকলো ধৰ্ম আৰু জাতিগোষ্ঠীৰ মানুহৰ বাবেই প্ৰযোজ্য হয়। মানুহৰ মাজত নতুন জীৱনৰ প্ৰাণ সঞ্চাৰ কৰাৰ বাবে শেলীয়ে সেই প্ৰখ্যাত কবিতাৰ শাৰীৰ সৃষ্টি কৰিছিল "*If winter be comes can spring be far behind?*" সমালোচক কম্পটন ৰিকেট



এই সম্পৰ্কে অভিমত প্ৰকাশ কৰি কৈছে যে "অড টু দ্য ৱেষ্ট উইণ্ড" নামৰ এই কবিতাটিয়ে ব্যক্তিগত ভাৱধাৰাৰ দেওনা গচকি সাৰ্বজনীনতাৰ ফালে আগবাঢ়িছে। শেলীৰ বক্তব্য আৰু ৰচনা-শৈলীয়ে দুৱৰাৰ কাব্যিক জীৱনত প্ৰভাৱ নেপেলোৱাকৈ থকা নাছিল। দুয়োজনা কবিৰ মাজত এনেধৰণৰ বহুকথাৰ মিল আছিল বাবেই কিজানি বেজবৰুৱাই দুৱৰাক অসমৰ শেলী আখ্যা দিছিল। দুৱৰাৰ "সপোন সুৰ" নামৰ কবিতাটি শেলীৰ "*Mutability*"ৰ মুকলি অনুবাদ কৰা হৈছে। যেনে—

"আজি মোৰ ইহঁত ফুলপাহি
কালিলৈ লেৰেলি শুকায়
আজি যাক বুকুৰে সাৱটো
কালিলৈ কেনিবা পলায়।"

শেলীয়ে লিখিছে "*The flower that smiles to-day*
*Tomorrow dies*
*And that we wish stay*
*Tempts and then flies.*"

আন এঠাইত আকৌ "*What is this world's delight?*
*Lighting that mocks the night*
*Brief even as bright.*"

এই স্তৱকৰ অসমীয়া অনুবাদত দুৱৰাই লিখিছে
"সংসাৰৰ সুখ বাৰি কত?
খন্তেকীয়া বিজুলী পোহৰ
আজি মাথো মিচিকিয়া হাঁহি
কালিলৈ খেমালিৰ ওৰ।"

শেলীৰ প্ৰকাশ ভঙ্গী আৰু ধ্যান-ধাৰণাৰ প্ৰভাৱ দুৱৰাৰ কাব্যিক জীৱনৰ একাংশ আৱৰি থৈছিল।

(৩) সকলো পাৰ্থিৱ কামনা-বাসনাৰ সমাধিত কবিয়ে আধ্যাত্মিক জীৱনৰ মহাযজ্ঞ পাতিছে। তেওঁ জানে ভগৱান সৰ্বত্ৰ বিয়পি আছে। সেয়েহে গছ-লতা, তৰু-তৃণ তথা প্ৰকৃতি ৰাজ্যৰ সকলো দিশতে পৰমেশ্বৰৰ মঙ্গলময় স্পৰ্শ অনুভৱ কৰিছে। "তোমাকেই যেন সকলোতে পাওঁ" বুলি কবিৰ অন্তৰভৰা প্ৰেম ভগৱৎ সাধনাৰ সেই লক্ষ্যলৈ আগবাঢ়িছে।

(৪) সঙ্গীতপ্ৰেমী সুৰকাৰ দুৱৰাই আশা কৰিছে সঙ্গীতৰ শ্ৰুতি-মধুৰ সুৰেৰে দশোদিশ বিয়পি পৰক। এই স্বৰ্গীয় সুধা নামি আহে পূৰ্ণিমাৰ জোনাক নিশা। ধৰিত্ৰী ধন্যা হয়। কবিয়ে আশা কৰিছে এই সঙ্গীতেই বিশ্বৰ চেতনা জগাই তোলক। "দীনতা জড়তা দূৰ হই যক আঁতৰত যত বেদনা" বুলি তেওঁ দেশমাতৃৰ বুকুত এখন শোষণহীন কৰ্মঠ মানৱ সমাজ বিচাৰিছে। যতীনাথ দুৱৰাই প্ৰেমক জীৱনৰ মহামূল্যবান সম্পত্তি বুলি ভাবিছিল সঁচা, ইয়াক বাদ দি জীৱন-ধাৰণৰ কথা তেওঁ কল্পনাও কৰিব নোৱাৰিছিল। দুৱৰাৰ বাবে প্ৰেম আছিল ভাৱ প্ৰকাশৰ মাধ্যম তথা সৌন্দৰ্য্যৰ বাহক এক অপৰূপ কলা। কবিতাৰ মাজত তেওঁ প্ৰেম সম্পৰ্কে অনেক দিশ উন্মোচন কৰি গ'ল, কিন্তু কবিতাৰ বাহিৰে তেওঁৰ আনকোনো সৃষ্টিশীল ৰচনাৰ মাজত ইয়াৰ ব্যাখ্যা কেনেধৰণে আগবঢ়াইছে, সেয়াও বিশ্লেষণ কৰি চোৱাৰ প্ৰয়োজন আছে। "উপন্যাস" শীৰ্ষক বৃহৎ আকাৰৰ প্ৰবন্ধটিত যতীন্দ্ৰনাথ দুৱৰাই সাহিত্যত প্ৰেমৰ স্থান সম্পৰ্কে বিশদ ব্যাখ্যা আগবঢ়াইছে—"ইউৰোপীয় সমাজতো আমাৰ ঋষিমুণিৰ দৰে বহুত প্ৰতিভাশালী আৰু আদৰ্শ পুৰুষেও সাধাৰণ প্ৰলোভনৰ মাজত পৰা দেখা যায়। তাৰ পাচতেই হঠাতে তাৰ পৰা উঠি এই নতুন অভিজ্ঞতাৰে জীৱনৰ বাকী অংশ পুৰাই লই কামত লাগি পৰে। তেওঁলোকৰ কাৰ্য্যক্ষেত্ৰ ইমান বহল আৰু বহুমুখী আৰু ইয়াৰ গতি ইমান প্ৰবল যে এই সামন্য কলঙ্কৰ দাগক একেবাৰে পৰিস্কাৰ কৰি



পেলায়। ছাইৰে ঢকা জুইৰ অঙঠা বতাহত ছাইবোৰ উৰি গ'লে যেনে উজ্বল হয় ঠিক তেনেকৈয়ে এওঁলোকৰ প্ৰতিভাই বিচিত্ৰ অভিজ্ঞতাৰ সংস্পৰ্শত উজ্বল হৈ এওঁলোকৰ সৃজনি শক্তিক আৰু প্ৰবল কৰে। য'ত সোঁত নাই তাৰ তলৰ বোকাবোৰক ফেনেকি থাকিলে সেই বোকাতে পানী মাথোন লেতেৰা আৰু মলিয়ন কৰা হয়। সোঁত নথকা জীৱনত পাশৱিকতাৰ অতি প্ৰাধান্যই চাৰিওফালৰ বতাহক দূষিত কৰি নৰকৰ দুৰ্গন্ধৰে পৰিপূৰ্ণ কৰে। ইউৰোপীয় সাহিত্যৰ আদৰ্শক \ আমাক সাহিত্যত কিমান দূৰ সুমুৱাব পাৰি ওপৰত কোৱা কথাখিনিৰ পৰাই অলপ ধৰিব পৰা গ'ল। বহুতদিনীয়া পুৰণা সংস্কাৰক একেবাৰে দূৰ কৰিবলৈ কিমান প্ৰবল আবেগ আৰু কিমান অন্তৰৰ তুমুল সংগ্ৰামৰ আৱশ্যক হয়। সেই সকলোখিনি লিখকে তেওঁলোকৰ উপন্যাসৰ মাজেদি ফুটাই তুলিবলৈ বাধ্য। সেই দেখি আজিকালি বাটে-ঘাটে খালে-বিলে য'তে-তাতে আনকি শিক্ষা মন্দিৰৰ দুৱাৰমুখতো যি নিলাজ আৰু অহেতুক প্ৰণয়লীলা আধুনিক উপন্যাসবোৰত কছু ঢেকীয়া গজা দি গজি উঠিছে—নীতিৰ হিচাবৰ যিয়ে হওক বাস্তৱতাৰ হিচাবততো অন্ততঃ কোনোমতেই সমৰ্থন কৰিব নোৱাৰি। ডেকা-গাভৰুৰ পৰস্পৰ দেখা সাক্ষাৎ হোৱা মাত্ৰকতে মন যে মিলনৰ কাৰণে বলীয়া হৈ উঠে ইয়াক মনস্তত্ব বিশ্লেষণ আৰু *Art* ৰ ফালৰ পৰাও স্বাভাৱিক বুলি ধৰিব নোৱাৰি। যদি কোৱা যায় যে জীৱনত এনেকুৱা ঘটে তথাপি সি মাথোন আকস্মিক বা সহজ প্ৰবৃত্তিমুলক—তাক কেতিয়াও ওখ শ্ৰেণীৰ *Art* ৰ শাৰীত ঠাই দিব নোৱাৰি। এনেকুৱা মিলনৰ ক্ৰমবিকাশৰ পাহিবোৰ ভালকৈ মেল খুৱাই নেদেখুৱালে আৰু আকৰ্ষণৰ সূত্ৰবিলাকক স্পষ্টভাবে নিৰ্দেশ কৰিলে নিদিলে তাৰ *Art* ৰ হিচাব মতে কোনো সাৰ্থকতা নাথাকে।

আনফালে এইটোও চাব লাগিব যে কোনো বিষয়কে নাভাবি নিচিন্তি এনেয়ে বাদ দিয়া উচিত নহয়। নিষিদ্ধ প্ৰেমত যি এটা আকুল

আকাঙ্ক্ষা আৰু প্ৰবল আবেগ আছে তাৰ বৰ্ণনা উপন্যাস লেখকৰ এটা আদৰণীয় বিষয়। এইবোৰ যদি আমি পুৰণি সংকীৰ্ণ নীতিবাদৰ মাজত পেলাই বাদ দিওঁ, তেন্তে এটা ওখ শ্ৰেণীৰ সাহিত্যৰ ৰসৰ পৰা বঞ্চিত হম। জীৱনত প্ৰেম এটা জ্বলন্ত সত্য। সংস্কাৰ আৰু নীতিজ্ঞানৰ দোহাই দি যদি ইয়াক অস্বীকাৰ কৰো তেন্তে জীৱন সম্বন্ধে আমাৰ এটা অসম্পূৰ্ণ ধাৰণা ৰৈ যাব।"

উপৰোক্ত কথাখিনিৰ পৰা বুজিব পাৰি যে যতীন্দ্ৰনাথ দুৱৰাই প্ৰেমক অন্তৰেৰে শ্ৰদ্ধা কৰিছিল। প্ৰেমে তেওঁৰ জীৱনত আশা ভাষা আৰু প্ৰেৰণা দিছিল। জীৱনৰ শেষৰ ফালে কবিয়ে ইয়াক আত্মাৰ দ্বিতীয় সত্বা বুলি কৈছে। সেয়েহে তেওঁৰ দৃষ্টিত প্ৰেমে কেতিয়াবা জনমভূমিৰ চৰণস্পৰ্শ কৰিছে, কেতিয়াবা ই সাধকৰ ৰূপত ধ্যানৰ আসনত বহিছে। যৌৱনে কবিক অস্থায়ী অপৰূপ ৰূপৰ পৃথিৱীখনৰ সন্ধান দিছিল, কিন্তু নিজৰ মাজত ধীৰে ধীৰে জাগি উঠা বোধশক্তিয়ে তেওঁক এজন স্থিতপ্ৰজ্ঞ পুৰুষলৈ ৰূপান্তৰিত কৰিছিল।



"জীৱনৰ দান"

"জীৱন মোৰ কাষলৈ আহি মোক এপাহি ফুল দি গ'ল। মই সেই ফুলপাহি সাৰটি বুকুত থ'লো। জীৱনে আকৌ এবাৰ আহি মোক এটি ধুনীয়া মুকুতা দিলেহি; মই তাক সোপেৰে বন্ধাই বুকুত আঁৰি ল'লো। মোৰ বৰ পিয়াহ লাগিলে .... প্ৰাণ যায় যায় যেন হ'ল .... জীৱনে মোৰ কাষলৈ আহি এপিয়লা পানী দি গ'ল .... তাক মই বৰ হেপাহেৰে খাই শেষ কৰিলো। এইবাৰ জীৱন আহি মোলৈ এটি ধুনীয়া উজ্বল পোহৰ পেলালে; মই এই পোহৰ ধৰিবলৈ যত্ন নকৰি মাথোন কলোঁ "ধুনীয়া পোহৰ; আৰু ধুনীয়া হৈ দূৰদূৰণিৰ বাট উজ্বলাই দিয়া। তুমি হাতৰ মুঠিৰ মাজত থকা বস্তু নহয়। তোমাৰ কাম দূৰ-সুদূৰৰ বাট উজ্বলাই আগুৱাই লৈ যোৱা .... আগলৈ .... আৰু আগলৈ ... ।"

এয়ে হ'ল যতীন্দ্ৰনাথ দুৱৰাৰ হৃদয় সংবাদ। "জীৱনৰ সুখে-দুখে মধুৰ সপোনবোৰ ফুৰে পাছে পাছে" বুলি কবিয়ে স্বীকাৰোক্তি কৰিলেও কোনোবা বিশেষ মুহূৰ্ত্তত তেওঁ শূণ্য পৰিচয়ত নিঃ চিহ্ন হব খুজিছিল। হৃদয় আৱৰি থৈছিল জেতুকা পাতৰ ৰঙেৰে। পৰোক্ষ নাইবা প্ৰত্যক্ষভাবে বহুতেই কবিক সুধিছিল, আপোনাৰ কবিতাবোৰত ইমান নিৰাশা কিয়? কবিৰ হৃদয়ৰ অতল গহ্বৰৰ পৰা অতি সন্তৰ্পণে এটি প্ৰত্যুত্তৰ সৰকি আহিছিল। "জীৱনত মই একো কৰিব নোৱাৰিলো।" প্ৰকৃততে এই উত্তৰো সত্য নাছিল। জীৱনক তেওঁ হৃদয় উজাৰি ভাল পাইছিল সঁচা কিন্তু ইয়াক উপভোগ কৰিবলৈ সমাজে তেওঁক আহৰি নিদিলে। আত্মীয় পৰিয়ালৰ লোকবোৰ চকুৰ সম্মুখৰ পৰা এজন এজনকৈ আতৰি যোৱাৰ পাছত কবিৰ হৃদয়ত ধীৰে ধীৰে জাগি উঠিল মৃত্যু চেতনা। যৌৱনৰ আকাঙ্খিতজনৰ পৰা

আশানুৰূপ সহাৰি নোপোৱাৰ বাবে সহিব লগা হ'ল বিচ্ছেদৰ জ্বালা। যাৰ বাবে কবিয়ে পাহৰিছে একমাত্ৰ নিৰাপদ আশ্ৰয় বুলি ভাবিবলৈ শিকিলে। কিন্তু পাৰস্যৰ চিন্তাবিদ কবি ওমৰ খয়ামে কবিক আন এখন চিন্তাৰ জগতলৈ পাৰ কৰি লৈ গ'ল, যত জীৱন সম্পৰ্কে নতুন কিছুমান তথ্য আৰু সংবাদৰ উদ্ভৱ হব পাৰে। কবি আহ্লাদিত হ'ল। ইমানদিনে শূন্য হৈ থকা দুখনি হাতত সুৰাৰ পিয়লা তুলি ললে। আনন্দ আৰু চেতনাৰ সৈতে গঢ়ি উঠিল অন্তৰঙ্গতা। এক গভীৰ আত্মীয়তাবোধ।

এসময়ৰ ৰঙে-ৰসে ভৰপূৰ ৰংপুৰ আছিল যতীন্দ্ৰনাথ দুৱৰাৰ শৈশৱৰ লীলাভূমি। পিতৃ শ্যামসুন্দৰ দুৱৰাই শিৱসাগৰ কাছাৰীৰ চিৰাস্তাদাৰ ৰূপে জীৱিকা নিৰ্বাহ কৰিছিল। তেখেতৰ কথা-বতৰা আৰু আচাৰ-ব্যৱহাৰ অতি মধুৰ আছিল। মাতৃ দীক্ষদালতা দুৱৰাৰ প্ৰেম আৰু নৈষ্ঠিকতাৰ প্ৰতিমূৰ্ত্তি যেন লাগিছিল। পুৰণি সম্ভ্ৰান্ত পৰিয়ালৰ আটাইবোৰ গুণৰে অধিকাৰী এই দুজনা পিতৃ-মাতৃৰ নুমলীয়া সন্তান যতীন্দ্ৰনাথ দুৱৰাৰ ওপৰত ঘৰৰ পৰিবেশৰ প্ৰভাৱ পৰিছিল। প্ৰায় আঠ-ন বছৰমানৰ পৰাই দুৱৰাই কবিতা লিখিবলৈ আৰম্ভ কৰিছিল। এই ক্ষেত্ৰত বিশেষভাবে উৎসাহিত কৰিছিল তেওঁৰ পিতৃয়ে। তেখেতে প্ৰতিটো কবিতা ৰচনাৰ পুৰস্কাৰ স্বৰূপে দুৱৰাৰ হাতত তুলি দিছিল একোটাকৈ পানতোৱা বা ৰসগোল্লা। এই প্ৰেৰণাই দুৱৰাৰ মনত জীৱনজোৰা সাঁচ বহুৱালে। মাতৃৰ আতোল-তোল স্বভাৱে তেওঁক স্পৰ্শকাতৰ কৰি তুলিলে যাৰ কাৰণে কঠুৱা মাতে কথা বা ব্যৱহাৰ তেওঁৰ ব্যৱধানত নোহোৱা কথা যেন হ'ল। শিষ্টাচাৰ আৰু শিশুসুলভ ব্যৱহাৰ এই দুয়োটাই দুৱৰাৰ ব্যক্তিত্বক সদায় অভিনৱত্ব প্ৰদান কৰিছিল।

"অসমীয়া খণ্ডবাক্যকোষ" প্ৰণেতা তথা প্ৰখ্যাত নাট্যকাৰ বেণুধৰ ৰাজখোৱাই "মহাসতী জয়মতী" নাটকত অসমৰ লোকজীৱনৰ



অন্তৰপৰশা সেই গীতত লিখিছিল—

"কাপোৰৰ পেটাৰি লৈ আহ লিগিৰী
গড়ত থৈয়ে থৈয়ে কুটো;
জনমলৈ আৰু নেলাগে খনীয়া
মৰণৰ দোলাতে উঠো।"

এই বিশিষ্ট লোকজনা প্ৰায়ে দুৱৰাৰ ঘৰলৈ আহিছিল, কাৰণ তেওঁৰ জেষ্ঠ্য ভ্ৰাতৃ সাগৰ দুৱৰাৰ সৈতে ৰাজখোৱাৰ অতি বন্ধুত্ব আছিল। স্মৃতিৰ পৰশতে দুৱৰাই লিখিছিল "ৰাজখোৱা ডাঙৰীয়াৰ পৰাই কবিতা লিখাত মই জীৱনত প্ৰথম উৎসাহ পাওঁ।" এয়ে 'জোনাকী' যুগৰ এজন মানুহৰ লগত মোৰ প্ৰথম সম্পৰ্ক (বনফুলৰ কবি বহুৱৰা-নন্দ তালুকদাৰ)। কোনে জানে 'মহাসতী জয়মতী'ৰ সেই গীতে দুৱৰাৰ কুমলীয়া প্ৰাণত কেনেধৰণে প্ৰভাৱ পেলাইছিল। সেই অধ্যায় অন্ধকাৰতে থাকি গ'ল। ভালদৰে বিচাৰ-খোচাৰ কৰিলে হয়তো ইয়াতো পোহৰৰ জিলিঙণি পৰিব। এজন নিতান্তই আত্মমুখী কবিয়ে "জয়মতী উৎসৱ" ৰ সভাপতিৰূপে দিয়া ভাষণত প্ৰবল দেশপ্ৰেমৰ অনুভূতিসিক্ত যিটো মহামূল্যবান কথিকা ৰাইজলৈ আগবঢ়ালে, ইও অতি তাৎপৰ্যপূৰ্ণ— "পুৱা সুৰুযৰ ৰূপৰ কিৰণৰ পোনপ্ৰথম সেন্দুৰীয়া ফোটকপালত পোৱা পূণ্যভাৰতীৰ খোপাৰ মালতী অসম আইৰ বুকুৰ, পুৰণি স্মৃতি বিজড়িত ৰংপুৰ নগৰৰ জয়সাগৰৰ পানীৰে ঢোলো-কনি খাই থকা এই জয়াতীৰ্থক আকাশে বতাহে যেন অশৰীৰী বানী ওপঙি ওপঙি আজি কৈ ফুৰিছে।" দুৱৰাদেৱৰ 'জয়মতী' কবিতা-টোতো একেই ভাৱৰ প্ৰতিধ্বনি।

আগতেই কৈ অহা হৈছে যে যতীন্দ্ৰনাথ দুৱৰাৰ জীৱন ঘটনাবহুল নহয় বৈচিত্ৰ বহুলহে। প্ৰখ্যাত আৰু অখ্যাত অনেক লোকে প্ৰত্যক্ষ নাইবা পৰোক্ষভাৱে তেওঁৰ সান্নিধ্যলৈ আহিছিল। কেনোবাই অজানিতেই কবিজনাক অনুপ্ৰাণিত কৰিছিল, কোনোবাই কবিতা

সৃষ্টিৰ বাবে তাগাদা দিছিল আন কোনোবাই আকৌ দুৱৰাৰ লাজ-কুৰীয়া স্বভাৱ আৰু নৈৰাশ্যবোধৰ প্ৰতি লক্ষ্য কৰিয়ে আঁতৰৰ পৰাই সাহচৰ্য্য প্ৰদান কৰিছিল। আটাইবোৰ কথা আৰু ঘটনা ইয়াত বৰ্ণনা কৰাটো সম্ভৱপৰ নহ'লেও এটা কথা অতি সহজভাবাত কব পাৰি যে দৈহিক আৰু মানসিক দুয়োটা দিশতে যতীন্দ্ৰনাথ দুৱৰা সমাজৰ এজন আকৰ্ষণীয় পুৰুষ আছিল।

শৈশৱৰ দিনছোৱাত দুৱৰাই অতি ওচৰত পোৱা আন এজন উল্লেখযোগ্য ব্যক্তি হ'ল ৺ৰায়বাহাদুৰ ফণিধৰ চলিহা। এই সম্পৰ্কে শ্ৰী তীৰ্থনাথ শৰ্মাদেৱে লিখিছে "দুৱৰা যেতিয়া সৰু ল'ৰা মোৰ পিতৃ দেৱতা তেতিয়া শিৱসাগৰ বেজবৰুৱা হাইস্কুলৰ ওপৰ শ্ৰেণীৰ ছাত্ৰ। পিতৃদেৱতাৰ মুখেই শুনিছিলো ধুনীয়া সৰু ল'ৰা এটি প্ৰায়ে ৺ৰায়বাহাদুৰ ফণীধৰ চলিহাৰ লগতে আলিবাটত ফুৰিছিল। সেই ধুনীয়া ল'ৰাটিয়েই যতীন্দ্ৰনাথ দুৱৰা। ৰায়বাহাদুৰ চলিহা শিৱ-সাগৰত চলিহা চাহাব বুলিহে সাধাৰণতে প্ৰসিদ্ধ আছিল। যেই সেই মানুহে যেতিয়াই তেতিয়াই লাগ বুলিয়েই তেখেতক লগ পোৱাৰ উজু কথা নাছিল। গৃহস্থ ৰূপেও চলিহা ডাঙৰীয়াৰ হেনো অনুশাসন বৰ কঠোৰ আছিল আৰু নিজেও নিৰ্দ্ধাৰিত নিয়মত সকলো কাম-কাজ কৰিছিল। তেনেহ'লে লোকজনৰ সৰু ল'ৰা এটি নিত্য ভ্ৰমণৰ লগৰীয়া কথাবাৰ শুনোতে নহয় নহয় যেন লাগে।"

যতীন্দ্ৰনাথ দুৱৰাই এইজনা সিংহ পুৰুষৰ মন জয় কৰাটো সঁচা। দুয়োজনেই ভিন্নসুৰীয়া মানসিক গঠনৰ লোক আছিল অথচ অতি নিঃস্বাৰ্থভাৱেৰে এজনে আনজনৰ প্ৰতি আকৰ্ষিত হৈ ওচৰ চাপিছিল। আনহাতেদি নিৰ্দ্ধাৰিত সময় আৰু নিয়মেৰে কাম-কাজ কৰাটো দুৱৰাৰ নিজৰো অভ্যাস আছিল।

শিৱসাগৰ চৰকাৰী হাইস্কুলৰ পৰা প্ৰবেশিকা পৰীক্ষাত উত্তীৰ্ণ হোৱাৰ পাছত যতীন্দ্ৰনাথ দুৱৰা উচ্চশিক্ষাৰ বাবে কলিকতালৈ যায়। তাত ১৯১৩ চনত স্কটিচ চাৰ্চ কলেজৰ পৰা বি, এ, পাছ



কৰি দুৱৰাই ওকালতি পঢ়িবলৈ ইচ্ছা কৰাৰ বাবে আটাইকেইজন ককায়েক আৰু আইদেউতাকে ইয়াত উদগণি দি সহায় কৰিবলৈ গাত ললে। কিন্তু ওকালতিৰ শেষ পৰীক্ষাটো দিয়াৰ আগতেই উপৰ্য্যুপৰি ঘৰুৱা দুৰ্যোগে তেওঁৰ মানসিক অৱস্থা শোচনীয় কৰি তুলিলে। ইতিমধ্যে দুই বন্ধু বলীন্দ্ৰৰাম খাউণ্ড আৰু ৰাধিকা প্ৰসাদ চৌধুৰীয়ে বৈৰাগীৰ সাজ পিন্ধিছিলেই, দুৱৰা নিজেও এই আখৰাৰ বাবে প্ৰস্তুত হৈছিল। সৌভাগ্যৰ কথা এই বতৰা পাই লক্ষ্মীনাথ বেজবৰুৱা ডাঙৰীয়াই তেওঁক এই পথৰ পৰা আতৰাই আনি তেওঁক কৰ্তব্যৰ কথা সোঁৱৰাই দিলে। দুৱৰাৰ জীৱনত বেজবৰুৱা এজন পিতৃতুল্য ব্যক্তি। এই একেজনা ব্যক্তিয়েই কেতিয়াবা সম-নীয়া বন্ধুৰ দৰে ব্যৱহাৰ কৰিছিল, কেতিয়াবা ভ্ৰাতৃৰ দৰে তদাৰক কৰিছিল। এই চেনেহ সম্পৰ্কৰ সোঁত দুয়োৰে হৃদয়ত ইমান তলিলৈকে শিপাইছিল যে ইয়াক ভাষাৰে বুজোৱা কঠিন। অথচ উভয়ৰ মাজত সুদীৰ্ঘ আঠাইছটা বছৰৰ ব্যৱধান। এই ব্যৱধানৰ সীমাৰেখা কোনোদিনে মানিচলা হোৱা নাছিল। বেজবৰুৱাদেৱে দুৱৰালৈ সেয়েহে এখন চিঠিত লিখিছিল "তোমাক মই কি চকুৰে দেখো, তুমি নাজানানে? নিশ্চয় জানা। দহৰ ভিতৰত এজন তুমি মোৰ মামত নহয়। তুমিও মোক দহৰ ভিতৰত এজনকৈ পেলাই থোৱা নাই, সেইবাবেহে তোমাৰ চিঠি, বাতৰি, সঙ্গ, ইত্যাদিলৈ মোৰ হাবিলাস" (পত্ৰলেখা, পৃষ্ঠা ২০) দুৱৰাৰ আনকি কোনো ধৰণৰ অসুখ-অশান্তিৰ খবৰ পালে বেজবৰুৱা মানসিকভাবে অস্থিৰ হৈ পৰিছিল। এই ক্ষেত্ৰত এষাৰ বৰ মৰ্মস্পৰ্শী কথাও দুৱৰালৈ লিখি জনাইছিল "মোৰ সকলো সৰ্বহ পৰিত্যাগ কৰিবলৈ মই সাজু; কিন্তু পুৰণি যতীন্দ্ৰ The dear old soul অক হেৰুৱাক নোখোজো। (পত্ৰলেখা, পৃষ্ঠা ১৮)

লক্ষ্মীনাথ বেজবৰুৱাই দুৱৰাৰ মাজত লুকাই থকা ৰসিক মানুহজনকো বিচাৰি উলিয়াইছিল। নিৰ্দোষ ধেমালী আৰু উলা-

হেৰে ভৰা এটা কবিতা লিখি ডুৰৰাই বেজবৰুৱা ডাঙৰীয়ালৈ লিখা চিঠিৰ সৈতে পঠিয়াই দিছিল—

সেইদিনা বাটত লেখা Doggeral Verse বৰবৰুৱা ডাঙৰীয়াৰ সমীপেষু—

ধূলি আৰু ধোৱাঁৰ মাজত
চলে কলিকতীয়া জীৱন
বোকা আৰু পানীৰ বাট
ওপৰত চলে বৰষুণ ।
এনেকুৱা পানীৰ মাজত
Tram Bus বন্ধ হৈ যায়,
Taxi আহি তেনে পানী দেখি
ভয়তেই ৰ লাগি চায় ।
পাৰ হলোঁ মই গাড়ীত উঠি
Ricksaw তল পৰিল পানীত
মুটিয়াই মিচিকিয়াই কয়
পইচা দিলে তুলিম পাটীত ।

★ ★

আৰু মোৰ কবিতা নোলায়
বাকীবোৰ দিয়ে যেন পূৰাই ।”

( যতীন্দ্রনাথ গোস্বামীৰ প্ৰবন্ধ “সাহিত্যৰথী বেজবৰুৱা আৰু কবি ডুৰৰা )

বেজবৰুৱাৰ হাতত ধৰিয়েই যতীন্দ্রনাথ ডুৰৰাই নিজৰ সাহিত্যিক জীৱনৰ প্ৰথম খোজটো দিছিল । অসম সাহিত্য সভাৰ সভাপতিৰূপে আগবঢ়োৱা অভিভাষণত ডুৰৰাই এই ঋণ স্বীকাৰ কৰিছে “বেজবৰুৱা ডাঙৰীয়াৰ বাঁহীৰ লগতেই মোৰ সাহিত্যিক জীৱন আৰম্ভ হোৱা বুলি ধৰিব পাৰি। তেখেতৰ লগত কথা পাতোতে



কথাৰ ছলেৰে তেখেতে মোক সাহিত্যৰ নানা ধৰণৰ ভাৱধাৰা সম্বন্ধে কৈ থাকে আৰু সেই ভাৱধাৰা বিলাক কেনেদৰে হাড়ে হিমজুৱে অসমীয়া কৰি আমাৰ সাহিত্যৰ মাজত সুমুৱাব পাৰি সেইবোৰকে উন্নুকিয়াই দি মোক লেখিবলৈ সূচাই দিয়ে, লগে লগে মোৰ লিখাবিলাকৰ ভুল ভ্ৰান্তিবোৰ দেখুৱাই সেইবোৰ নিজে শুধৰাই দিয়ে ।

কেৱল এয়েই যথেষ্ট নহয়। বেজবৰুৱা ডাঙৰীয়াই ডুৰৰাক দেশপ্ৰেমৰ কবিতা লিখিবলৈ জোকাই ৰং চোৱাৰ বাবে দূৰৰাই প্ৰত্যুত্তৰ দিছিল “যিখন নৰকাসুৰৰ কামৰূপ আজি বিধবাৰ নিচিনা বিৰূপ, সেইখন দেশতে এনে কবিতা লিখিব পাৰিনে ?” বেজবৰুৱা উগ্ৰ জাতীয়তাবাদী নহয়, সুস্থ অসমীয়া জাতীয়তাবাদৰ কৰ্ণধাৰ বেজবৰুৱাই ইয়াৰ প্ৰতিবাদ স্বৰূপে এনে এটি নিটোল দেশপ্ৰেমৰ কবিতা ডুৰৰাৰ হাতত দিলে, যাৰ বাবে তেওঁৰ হৃদয়খন নিমিষতে নিৰ্মল প্ৰেমৰ আনন্দেৰে ভৰি পৰিল। ডুৰৰাই মাথোন ইয়াকে কলে “অসমীয়া ভাষাত মই এনেকুৱা কবিতা আজিলৈকে পঢ়া নাই।” শুনিবলৈ আচৰিত যেন লাগিলেও বেজবৰুৱাৰ সাহিত্যসভাৰ সভাপতিৰ অভিভাষণখনি ছপাই উলিয়াবৰ বাবে ডুৰৰাক দায়িত্ব অৰ্পণ কৰিছিল। ডুৰৰাই অভিভাষণখনিৰ মৌলিকতা আৰু বিষয় সংগতি ৰক্ষা কৰিবৰ বাবে কিছুমান কথা বাদ দিছিল আৰু কিছুমান কথা নতুনকৈ যোগ দিবলৈ সাহ কৰিছিল। ডুৰৰাৰ মাজত সুপ্ত হৈ থকা এই গুণখিনি কিজানি বেজবৰুৱাই প্ৰথম আবিস্কাৰ কৰিছিল। বেজবৰুৱাৰ শ্ৰেষ্ঠ নাটক “জয়মতী কুঁৱৰী” ৰচনাৰ ক্ষেত্ৰতো যতীন্দ্রনাথ ডুৰৰাই বিশেষভাবে উৎসাহিত কৰিছিল। এই নাটকৰ পাতনিত বেজবৰুৱাই লিখিছে “শ্ৰীমান ডুৰৰাই মোৰ হতুৱাই কাৰ্য্য কৰাবলৈ দিনৌ মোক নেৰা নেপেৰাকৈ ধৰে। তেওঁ মোক নাটৰ ভাৱৰীয়া সকলৰ চৰিত্ৰগত বিশেষত্বৰ বিষয়েও অনেক সূচাই দিয়ে, আৰু সেই সূচনিত ব্যক্তি-

গত চৰিত্ৰৰ অভিব্যক্তি বৰ কামত লাগিছে।" (বনফুলৰ কবি দুৰৰা-নন্দ তালুকদাৰ)

চেনেহৰ এনাজৰীদাল ভৱিষ্যতে সুদৃঢ় কৰি ৰাখিবৰ মানসেৰে বেজবৰুৱাই তেওঁৰ ধেমেলীয়া নাট চিকৰপতি নিকৰপতিখন যতীন্দ্ৰনাথ দুৱৰাৰ নামত আৰু যতীন্দ্ৰনাথ দুৱৰাই তেওঁৰ প্ৰথম পুথি "ওমৰ তীৰ্থ" বেজবৰুৱাৰ নামত অৰ্পণ কৰিছে।

ড' আৰ্বহাট চাহাবৰো যতীন্দ্ৰনাথ দুৱৰাৰ প্ৰতি মৰম সহানুভূতিৰ অন্ত নাছিল। তেখেতে দুৱৰাক ডিব্ৰুগড়ৰ জৰ্জ ইন্সটিউচনৰ পৰা পুনৰ কলিকতালৈ নি স্কটিছ চাৰ্চ কলেজিয়েট স্কুলৰ বুৰঞ্জীৰ শিক্ষক নিযুক্ত কৰে আৰু লেডী জেন ডান্তাজ হোষ্টেলৰো চুপাৰিণ্টেডেণ্ট পাতে। ১৯৩৩ চনত দুৱৰা এটা ভয়াবহ মটৰ দুৰ্ঘটনাৰ সন্মুখীন হয়। সেই সময়ত আৰ্কহাটে টেনিচ খেলি আছিল। ঘটনাৰ খবৰ পাই চাহাবে হস্পিতালত সাধাৰণ প্ৰাথমিক চিকিৎসা দি পেলাই থোৱা যতীন্দ্ৰনাথ দুৱৰাক অতি শোচনীয় অৱস্থাত দেখি অস্থিৰ হৈছিল। নোকোৱাই ভাল যে তৰুণৰাম ফুকন আৰু আৰ্কহাট চাহাবৰ তৎপৰতাৰ বাবেই দুৱৰাই প্ৰাণ ঘুৰাই পাইছিল। ৺তৰুণৰাম ফুকনৰ সৈতে দুৱৰাৰ কেনে অন্তৰঙ্গ প্ৰাণস্পৰ্শী সম্পৰ্ক আছিল এই বিষয়ে "ওমৰ তীৰ্থ" শিতানত উল্লেখ কৰি অহা হৈছে। ডঃ আৰ্কহাট তেওঁৰ শিক্ষাগুৰু তথা বিশ্ববিদ্যালয়ৰ উপাচাৰ্য্য আছিল। তেখেতৰ পৰাই দুৱৰাই ভাবিবলৈ শিকিছিল যে "পৰমেশ্বৰক একান্তমনে চিন্তিব পাৰিলে, পৰমেশ্বৰে মানুহক কৰুণা কৰে।" একমাত্ৰ ভগৱানৰ বাদে আন কোনোৱেই যে তেওঁক মৃত্যুৰ দুৱাৰ দলিৰ পৰা ওভটাই আনিব নোৱাৰিলেহেঁতেন, সেই কথা আৰ্কহাটেই দুৱৰাক কৈছিল।

স্বৰ্গীয় নকুলচন্দ্ৰ ভূঞাৰ সান্নিধ্যতো যতীন্দ্ৰনাথ দুৱৰাৰ জীৱনৰ ভালেখিনি সময় প্ৰাণময় হৈ উঠিছিল "কবি দুৱৰাৰ লগত" নামৰ প্ৰৱন্ধত ৺ভূঞাই শৈশৱৰ সোণোৱালী স্মৃতি সুঁৱৰি লিখিছে "১৯০৩ চনৰ কথা। তেতিয়া দুৱৰাৰ ঘৰৰ বাৰীৰ সীমাতে, দেউতাই অস্থায়ীঘৰ (ৰংপুৰত) এখন কৰি আছিলগৈ। তেতিয়া মোৰ বয়স সাত বছৰমান হব। মোক তেতিয়া দুখীয়া স্কুলত পঢ়িবলৈ দিছিল। তেতিয়াৰ ভালেমান কথা এতিয়াও মনলৈ আহে। দুৱৰা তেতিয়া হাইস্কুলৰ ছাত্ৰ। কোন শ্ৰেণীৰ ছাত্ৰ নেজানিছিলো। দুৱৰা যে পঢ়াত চোকা আছিল সেইটো সকলোৰে মুখত শুনিছিলো। দুৱৰাৰ চেহেৰা মৰম লগাকৈ ধুনীয়া আছিল। নগৰৰ আপোন পৰ সকলোৱেই দুৱৰাক "বাপু" বুলি মাতিছিল। সেয়েই পাছলৈ ভতিজাকহঁতৰ মুখত "বাপুদা" বা "বাপুতা" হলগৈ।" ইয়াৰ ভালেদিন পাছত দুয়োজন সাহিত্যিকৰ মধুৰ মিলন হৈছিল। ১৯৫৮ চনত দুৱৰাই ভূঞাৰ যোৰহাটৰ ঘৰত এসপ্তাহ আলহী হৈ আছিল। সেই মিঠা স্মৃতিৰ বেশ চিৰজীৱনৰ বাবে ভূঞাই অন্তৰত লৈ ফুৰিছিল "তেখেতৰ বয়স হৈছিল, মনটো কিন্তু কবি-সুলভ অমায়িক বালকৰ দৰে। তেখেতৰ প্ৰাণখোলা হাঁহি আৰু মৰমীয়াল মাতে আমাক সেই কেইদিন মুগ্ধ কৰি ৰাখিছিল। সেই কেইদিন কত কথা; দেশৰ, নিজৰ সাহিত্যৰ আৰু কবিতাৰ। চকুত পৰিছিল, কোৱা কথাবোৰ পাহৰি আকৌ ন-কৈ কৈছিল, কিজানি সেই কথা কোৱা হোৱাই নাছিল। দুৱৰাৰ এনে পাহৰণি সকলোৰে চকুত পৰিছিল। অৱশ্যে তেতিয়াও ততালিকে মুখে মুখে কবিতা ৰচিব পাৰিছিল। আমাৰ ল'ৰা এটিক "আপোন সুৰ" পুথিখন উপহাৰ দিওঁতে ততালিকে লিখি দিলে — মৰমৰ শ্ৰীমান মাধৱলৈ—

পূৰ্ণিমাৰ ৰূপহী জোনায়ে
ধৰণীত সুষমা ঢালক,
জীৱনৰ তোমাৰ পথত
সৰগৰ আশীষ নামক।"

(কবি দুৱৰাৰ লগত-নকুল চন্দ্ৰ ভূঞা।)

যতীন্দ্ৰনাথ দুৱৰাৰ সৈতে চিঠি – পত্ৰৰ যোগাযোগ ৰখা বহুতলৈ

এই কবিতাফাকি আশীৰ্ব্বাদ স্বৰূপে লিখিছিল বুলি জনা যায়।

দুৱৰাৰ জীৱন চিত্ৰখনিৰ সৈতে সদায় এটা নাম ছাঁৰ দৰে সংলগ্ন হৈ থাকে, সেয়া হৈছে সাধন। সাধন ঘোষ নামৰ এজন বঙালী লৰা দুৱৰা কলিকতাত থকা সময়ত লগুৱা হৈ তেওঁৰ ঘৰলৈ আহিছিল। এই লৰাজনেই শেষৰ ফালে দুৱৰাৰ জীৱনৰ সকলো দিশ আৱৰি থৈছিল। এই সম্পৰ্কে "ৰত্ন সঙ্গমত" শ্ৰীতীৰ্থনাথ শৰ্মাদেৱে লিখিছে— "দুৱৰাৰ বিয়া কৰোৱা নহ'ল। অকলশৰীয়া জীৱনৰ একমাত্ৰ সঙ্গী হল সাধন নামৰ লৰাজন। সাধনেই তেখেতৰ জীৱন যাত্ৰাৰ নামে গামে সাধন হৈ পৰিল। সাধনক লগুৱা লৰা বুলি তেখেতে কস্মিন কালেও নাভাবিছিল। তেখেতৰ ঘৰলৈ যোৱা আন কোনোবাই তেনেভাবে সাধনক ব্যৱহাৰ কৰিলে বৰ দুখ পাইছিল। আমি সেই কাৰণেই সাধনক ঘৰৰ এজনৰ দৰে ব্যৱহাৰ কৰিছিলো, কেতিয়াবা চুপতিও কৰিছিলো। সাধনে দুৱৰাক লৈও হাঁহি ধেমালী কৰিছিল।" আন এটি প্ৰবন্ধ "যতীন্দ্ৰনাথ দুৱৰা"ও শ্ৰীযোগেশ দাস দেৱেও এনে ধৰণৰ এটি বিৱৰণ আগবঢ়াইছে "বিৰিঞ্চি বৰুৱা, লক্ষ্মীধৰ শৰ্মা আৰু সেই সময়ত কলিকতাত থকা সকলো অসমীয়াৰ সকলো বিষয়ৰ অদৰকাৰী হিচাপে নিযুক্ত ৰাজদূত শ্ৰীহৰেন কলিতায়ো এনেকৈ জোৰ কৰি নাইবা নানান কৌশলেৰে দুৱৰাৰ কবিতাবোৰ হস্তগত কৰি প্ৰকাশ কৰাইছিল। নহলে হেনো আপোনভোলা, লাজকুৰীয়া কবিয়ে কবিতা লিখি হয় ফালি পেলোৱা নহয় লুকুৱাই থোৱা কৰিছিল। এই কবিতা উদ্ধাৰ কাৰ্য্যত দুৱৰাৰ লগুৱা, নহয়, কবিৰ কণাৰ লাখুটি সাধনেও বিশেষ সহায় কৰিছিল। দহ এঘাৰ বছৰীয়া লৰাটিৰ পৰা সাধন ঘোষ দুৱৰাৰ অকলশৰীয়া সংসাৰৰ সঙ্গী, তেওঁৰ সুখ-দুখৰ লগৰীয়া আৰু ঘৰখনৰ তদাৰককাৰী আছিল। দুৱৰাই সাধন ঘোষৰ বিয়াও পাতি দিছিল, আৰু দুয়ো পো-বোৱাৰীৰ দৰে ১৯৬০ চনলৈকে দুৱৰাৰ লগত আছিল। চিৰকুমাৰ দুৱৰাই কিজানি



সাধক ঘোষক সচাঁকৈয়ে পুত্ৰজ্ঞান কৰিছিল। ১৯৬০ চনত সাধন কলিকতালৈ গৈ আৰু ঘূৰি নাহিল। শুনিবলৈ আচৰিত যেন লাগিলেও দুৱৰাই ডিব্ৰুগড়ত থকা কালত সান্ধ্যভ্ৰমণত প্ৰায়ে সাধনৰ পৰিবাৰৰ লগতো হাতত ধৰি ওলাই গৈছিল। ইয়াৰ পৰা উপলব্ধি কৰিব পাৰি যে জীৱনৰ বিয়লি বেলাত তেওঁৰ পিতৃস্নেহ জাগি উঠিছিল। অথচ এই একেজন ব্যক্তিয়েই এসময়ত বন্ধুবৰ যতি নাৰায়ণ শৰ্মালৈ আত্মজীৱনীৰ সম্পৰ্কে এনেদৰে লিখিছিল— "বহুত সময়ত মই লাজতে নেখাওঁ বা খাব নোৱাৰো আৰু এটা কথা— I am very Shy before ladies and I get nervous. You will be surprised to know that I cannot go to privy even, in a family, where are ladies."

যতীন্দ্ৰনাথ দুৱৰাৰ এই বিচিত্ৰ মানসিকতাৰ সৈতে আটাইতকৈ বেছি পৰিচয় আছিল যোৰহাটৰ ৺যতি নাৰায়ণ শৰ্মাৰ। এইজনা ব্যক্তিক দুৱৰাই বন্ধুৰূপেৰে হিয়া উজাৰ কৰি চেনেহ দিছিল আৰু দিছিল অনেক অকথিত সংবাদ। যতিনাৰায়ণ শৰ্মাই সংৰক্ষণ কৰি নোথোৱা হলে দুৱৰাৰ বহুতো চিঠি-পত্ৰ আৰু কবিতা সমাজৰ দৃষ্টিগোচৰ নোহোৱাকৈয়ে ধ্বংস হলহেঁতেন। যতিনাৰায়ণ শৰ্মাৰ ঘৰ "Air House"ৰ নাম দুৱৰাই অঙ্কিত কৰিছিল "বতাহী বহা" ৰূপেৰে। যোৰহাটৰ আন এজন স্বনামধন্য কবি ৺অমূল্য বৰুৱাৰ সৈতে যতীন্দ্ৰনাথ দুৱৰাৰ সম্পৰ্কে কথা আগতেই উনুকিয়াই অহা হৈছে। এবাৰ অমূল্য বৰুৱাৰ ঘৰলৈ আহোতে ঘৰটোৰ নাম "পূবেৰুণ" দি দুৱৰাই এফাকি কবিতাও এই তৰুণ কবিজনাৰ উদ্দেশ্যে ৰচনা কৰিছিল—

"পুৱাৰ অৰুণে দিয়া উলাহ বাতৰি
পশে যেন তোমাৰ হিয়াত
সেউজীয়া পৰাণৰ কোমল অন্তৰ
নাচে যেন নতুন আশাত।"

এইবোৰৰ উপৰিও যতীন্দ্ৰনাথ দুৱৰাৰ জীৱন বালিত অনেক বিশিষ্ট ব্যক্তিয়ে সোণালী খোজৰ চিহ্ন এৰি গৈছে। বিশ্বকবি ৰবীন্দ্ৰনাথ ঠাকুৰ প্ৰমুখ্যে ড° বিৰিঞ্চি কুমাৰ বৰুৱা, ড° বাণীকান্ত কাকতি, ড° যোগীৰাজ বসু, যতীন্দ্ৰনাথ গোস্বামী, বিনন্দচন্দ্ৰ বৰুৱা, পদ্মধৰ চলিহা, প্ৰজ্ঞাসুন্দৰী দেৱী, মাধৱ চন্দ্ৰ বেজবৰুৱা, অধ্যাপক খোদাবক্স, অধ্যাপক নিৰ্মল বসু, দুৰ্গাধৰ ৰৰকটকী ( ওমৰ তীৰ্থৰ প্ৰকাশক ) নগেন কোঁৱৰ ( ওমৰ তীৰ্থৰ কপি কৰোতা ) শৈলেন ৰায় আৰু শশীধৰ শৰ্মা ইত্যাদি অনেক লোকৰ অন্তৰৰ পৰা চেনেহৰ একোমুঠি জোনাক দুৱৰাই নিজৰ জীৱনলৈ আদৰি লৈছিল। জীৱন ডিঙা বাই ক্লান্ত হোৱা নাৱৰীয়া কবি এদিন দিখৌ নদীৰ পাৰত থকা পুৰণি ঘৰখনলৈ উভতি আহিল। সেয়া ১৯৬০ চন। ডিব্ৰুগড় কানৈ কলেজৰ পৰা তেওঁ চাকৰি ইস্তাফা দিয়ে। ইমানদিনে পথে প্ৰবাসে ঘূৰি ফুৰা ভাগৰুৱা লৰাটিক চেনেহ সাদৰ যাচিবলৈ পিতৃ - মাতৃ এজনাও ঘৰটিত নাছিল। কিন্তু তেওঁক এই অভাব অনুভব কৰিবলৈ দিয়া নহল। সৰু নৰ্বোৱেক দীক্ষদালতা দুৱৰা, দুগৰাকী বোৱাৰী এজনী নাতিনী অনুৰূপা (মনি) আৰু ভতিজাক বসন্তলাল দুৱৰাই কবিজনাক সকলো প্ৰকাৰ সুখত ৰাখিবৰ বাবে যত্নপৰ হল। সুদীৰ্ঘ কাল ধৰি সাধনে থৈ অহা দায়িত্বৰ ভাৰখন পৰিয়ালৰ আটায়ে ভগাই মূৰ পাতি ললে। বসন্তলাল দুৱৰা নেওঁৰ প্ৰাত্যহিক জীৱনৰ সকলো কামতে ছাঁ সদৃশ হৈ ৰৈছিল। কবিৰ নিৰ্দ্ধাৰিত সান্ধ্যভ্ৰমণৰ অভ্যাস ৰাখিবৰ বাবে দদায়েকক তেওঁ হাতত ধৰি নিতৌ বৰপুখুৰী পাৰলৈ নিছিল।

দুৱৰাই ১৯১৬ চনত এৰি থৈ যোৱা ৰংপুৰত তেতিয়াও চেনেহৰ এনাজৰীদাল শিথিল হোৱা নাছিল। একেই গতিত বৈ আছে শান্ত অপৰূপ দিখৌ নদীখন। দুকুৰি এঘাৰটা বছৰৰ পাছত কবিয়ে আপোন পজাত আহি শৈশৱত ওমলা ধূলি-বালি এমুঠি চুই চাই অনুভৱ কৰিলে সকলো একেই আছে। সকলো একেই থাকিব।



মাথোন তেওঁৰ দেহত নাই শক্তি, নাই কোনো প্ৰাণোচ্ছল গতি। জীৱনলৈ বাৰ্দ্ধক্য নামিছে। আপোন ঘৰৰ নিচেই কাষেদি বৈ যোৱা নৈখনৰ পৰা উটি আহিল কবিকণ্ঠৰ প্ৰতিধ্বনি—

"নাও মেলি আহিলো আঁতৰি
অতীতক নাযাবা পাহৰি।"

"জীৱনপঞ্জী"

(ক) ১৯০৯ চনত শিৱসাগৰ চৰকাৰী উচ্চ বিদ্যালয়ৰ পৰা প্ৰৱেশিকা পৰীক্ষাত উত্তীৰ্ণ হয়।

(খ) ১৯১৩ চনত কলিকতাৰ স্কটিচৰ্চাচ কলেজৰ পৰা স্নাতক উপাধি লাভ।

(গ) ১৯১৮ চনৰ পৰা ১৯২১ চনলৈ ডিব্ৰুগড়ৰ জৰ্জ ইন্সটিটিউচনত শিক্ষকতা কৰে।

(ঘ) স্কটিচৰ্চাচ কলেজিয়েট স্কুলত শিক্ষকতা কৰে। ১৯৩৩ চনৰ পৰা ১৯৪৭ চনলৈ কলিকতা বিশ্ববিদ্যালয়ৰ অসমীয়া স্নাতকোত্তৰ শ্ৰেণী অধ্যাপনা কৰে।

(ঙ) ১৯৩৩ চনত কলিকতাৰ ৰাজপথত মটৰ দুৰ্ঘটনাত শৰীৰ ঘুণীয়া হয়।

(চ) ১৯৪৮ চনৰ পৰা ডিব্ৰুগড় কানৈ মহাবিদ্যালয়ত অসমীয়া বিভাগৰ মুখ্য অধ্যাপক হয়হি। ১৯৬১ চনত উক্ত দায়িত্বৰ পৰা অৱসৰ গ্ৰহণ কৰে। ১৯৫২ চনত "বনফুল" কবিতা পুথিৰ কাৰণে সাহিত্য একাডেমিৰ পুৰস্কাৰ লাভ।

(ছ) ১৯৫৪ চনত অসম সাহিত্য সভাৰ সভাপতি নিৰ্ব্বাচিত হয় যদিও শাৰীৰিক অসুস্থতাৰ বাবে উক্ত দায়িত্ব বহন কৰিবলৈ সক্ষম নহল। ১৯৫৫ চনত গুৱাহাটীত অনুষ্ঠিত অসম সাহিত্য সভাৰ অধিবেশনত সভাপতিত্ব কৰে।

(জ) জীৱনৰ শেষৰ কালচোৱাত অসম চৰকাৰে এটি সাহিত্যিক পেন্সন প্ৰদান কৰে।

(ঝ) ১৯৬৪ চনৰ ৫ জুলাইত নশ্বৰ দেহৰ অৱসান।

# উপৰঞ্চি ঃ গীত আৰু গদ্য

## হে কবি! অকলশৰীয়া নাৱৰীয়া।

হে কবি! অকলশৰীয়া নাৱৰীয়া।
লুইতৰ সোণোৱালী পানী
শুকুলা শুৱনি পালখনি
উজুৱাই ভটিয়াই যোৱা
তুমি জানো সচাঁকৈয়ে
অকলশৰীয়া ?
অতীন্দ্ৰিয় মৰমৰ
ধূলি জালি
তুমি জানো
যতীন্দ্ৰ নোহোৱা ?

ৰসগ্ৰাহী হেঁৰা পণ্ডিত।
নিবলাৰ গান বুলি
কিয় হাহাঁকাৰ
নিবলা নহয় ই যে
মৰমৰ বেজাৰৰ
জয়জয়কাৰ।
মৰম নহয় জানো
কোমলৰে অতি কুমলীয়া
সেই বাৰ্তাবাহী সুৰ
অৱশ্যে নিশ্চয় হব।
সুৰবো কোমল সুৰ কৰুণ সুৰীয়া
কবিতাৰ সেইটিহে আটক ধুনিয়া
(জ্যাতিপ্ৰসাদ আগৰৱালা)

ৰূপকোঁৱৰ জোতিপ্ৰসাদ আগৰৱালাই উপৰোক্ত কবিতাৰে ৰোমাণ্টিক যুগৰ শ্ৰেষ্ঠ গীতি কবি যতীন্দ্ৰনাথ দুৱৰালৈ শ্ৰদ্ধাৰ্ঘ্যনিবেদন কৰিছিল। ওবে জীৱন জুৰি নিৰলাৰ গীত গোৱা ‚কোমলৰো অতি কুমলীয়া মনৰ দুৱৰাই সুৰবো কোমল সুৰ'' সৃষ্টি কৰি থৈ গৈছে। তেওঁ এজন সুৰকাৰ, আৰু এজন অভিনেতাও আছিল। যতীন্দ্ৰনাথ দুৱৰাৰ কবিসুলভ ব্যক্তিত্বৰ এই দুটা দিশ এতিয়ালৈকে চালি-জাৰি চোৱা হোৱা নাই !

"আপোন সুৰ" শীৰ্ষক প্ৰবন্ধত ৺পদ্মধৰ চালিহাই লিখিছে যে "ছাত্ৰাৱস্থাতে তেওঁ শিৱসাগৰৰ নাট্য মন্দিৰত (তেতিয়াৰ) গোহাঁই-বৰুৱাৰ "জয়মতী নাটকত আজলী নাগিনী "জিমু" ৰ নিখুঁতকৈ ৰূপায়িত কৰা আমাৰ এতিয়াও বঢ়িয়াকৈ মনত পৰে।" যতীন্দ্ৰনাথ দুৱৰাৰ অভিনয় জীৱনৰ অতি প্ৰবল আকৰ্ষণ আছিল।

এই সম্পৰ্কে ১৯৫৪ চনৰ এটি বিশেষ ৰাতিৰ কথা সুঁৱৰি অসম সাহিত্য সভাৰ সভাপতি শ্ৰীলক্ষ্যধৰ চৌধুৰীদেৱে কবি যতীন্দ্ৰনাথ দুৱৰা জন্ম শতবাৰ্ষিকী উৎসৱ সমিতিলৈ দিয়া এখনি চিঠিত এনেদৰে লিখিছে "১৯৫৪ চন। গুৱাহাটীত সাহিত্য সভা বহিছিল। সভাপতিৰ আসন লৈছিল দুৱৰাদেৱে। আমি কামৰূপ নাট্য সমিতিৰ তৰফৰ পৰা নাট মেলিছিলো। প্ৰবীন ফুকনদেৱৰ "মনিৰামদেৱান" নাট। দুৱৰাদেৱৰ তেতিয়া শৰীৰ বৰ ভাল নহয়। সভালৈ অহাৰ কথাত আপত্তি তুলিছিল। কিন্তু অতুলচন্দ্ৰ হাজৰিকাদেৱৰ নেৰানেপেৰা যত্নত তেওঁ মান্তি হ'ল। সভাত ভাষণ দিয়াৰ পিছতে তেওঁৰ বাহৰলৈ উভতিল। গধূলি সাত বজাৰ পৰা অভিনয়। দুৱৰা আহে নাহে ত্ৰনো ঠিক নোযোৱাবা নহয়। আমি হাজৰিকাদেৱক খাটনি ধৰিলো। ডঃ ভূবনেশ্বৰ বৰুৱাদেৱে গৈ নিজৰ মটৰ গাড়ীৰে তেওঁক লৈ আহিল। আমাৰ সেই সাংস্কৃতিক সন্ধিয়া উদ্বোধন কৰিছিল মিত্ৰদেৱ মহন্তদেৱে। তাৰ পিছতেই নাট মেলা হয়। দেৱানৰ ভাও লৈছিল যশস্বী অভিনেতা সত্যপ্ৰসাদ বৰুৱাদেৱে, মিল চাহাব আৰু হলৱয়ড চাহাবৰ ভাও লৈছিল যথাক্ৰমে ৰমেশ চন্দ্ৰ চৌধুৰী আৰু কমল নাৰায়ণ চৌধুৰীয়ে। প্ৰত্যেকজন অভিনেতা অভিনেত্ৰীয়ে সুন্দৰ ভাওদি মুকলি মঞ্চতে হোৱা এই অভিনয়ে এক আনন্দমুখৰ পৰিবেশ গঢ়ি তুলিছিল। নাটৰ আৰম্ভৰ পিছতে দুৱৰাদেৱ বাহৰলৈ ওভোতাৰ কথা আছিল। কিন্তু নগ'ল। তেওঁ অভিনয় চাই শেষলৈকে বহি থাকিল। অভিণয়ৰ পিছত তেওঁ সকলো অভিনেতা আৰু অভিনেত্ৰীকে ওচৰলৈ মাতি আনি প্ৰত্যোকৰে অভিনয়ৰ বেলেগে ললে। শেষত তেওঁ এবাৰ কথা প্ৰবীন ফুকনক লিখিও দিছিল—"মই কলিকতাত বহুতো অভিনয় দেখিছো। আমাৰ অসমতো যে এনে

উচ্চ ধৰণৰ অভিনয় হয় মই ভাবিব পৰা নাছিলো ।” তুৱৰাই কলিকতা মহানগৰীতো ওৰে ৰাতি উজাগৰে থাকি অভিনয় চোৱাৰ উদাহৰণ নোহোৱা নহয় ।

কবি যতীন্দ্ৰনাথ দুৱৰা আছিল সঙ্গীতৰো উপাসক । এতিয়ালৈকে সংগ্ৰহ কৰিব পৰা তেওঁৰ গীতৰ সংখ্যা (উনৈশটা) । ইয়াৰ প্ৰায় এঘাৰটি গীতত ৰাগ বান্ধি থোৱা আছে । ইয়াৰ পৰাই সহজে অনুমান কৰিব পাৰি যে সঙ্গীত সম্পৰ্কে তেওঁৰ অসীম জ্ঞান আছিল । সাহিত্য সংস্কৃতিৰ পৃথিবীখনত বহুতো কবিয়ে কবিতা সৃষ্টিৰ সমান্তৰালে সংগীতৰো চৰ্চা কৰিছিল । স্কটলেণ্ডৰ জাতীয় কবি ৰবাৰ্ট বাৰ্ণছেও প্ৰায় আঢৈশ গীত ৰচনা কৰিছিল আৰু বহুতো প্ৰাচীন গীতৰ সংশোধন কৰি সেইবোৰ সাহিত্যৰ অমূল্য সম্পদ স্বৰূপে গঢ়ি তুলিবলৈ সক্ষম হৈছিল । যতীন্দ্ৰনাথ দুৱৰাৰ সঙ্গীত চৰ্চা সম্পৰ্কে তেওঁৰ নাতিনী শ্ৰীমতী মণি বৰুৱাই এনেদৰে লিখিছে “কবিতাৰ দৰে সঙ্গীতো আছিল ককাৰ খুব প্ৰিয় । ৺ৰবীন্দ্ৰ সঙ্গীত, ৺পাৰ্ব্বতী প্ৰসাদৰ গীত, ড° ভূপেন হাজৰিকাৰ গীতসমূহ তেখেতে মনোযোগেৰে শুনিছিল সংস্কৃতিৰ গীত-মাতৰ প্ৰতিও ককাৰ বিশেষ আকৰ্ষণ আছিল । আমাক তেখেতে শ্ৰীশ্ৰীবিষ্ণু স্তোত্ৰ, শ্ৰীশ্ৰীদূৰ্গা স্তোত্ৰ, শ্ৰীশ্ৰীসৰস্বতী স্তোত্ৰ, শ্ৰীশ্ৰীশিৱ স্তোত্ৰ আদি সুন্দৰকৈ শিকাই দিছিল ।”

এই পুথিখনত সন্নিৱিষ্ট কৰা প্ৰথম সাতোটা গীত দুৱৰাৰ সুযোগ্য ভতিজাক শ্ৰীবসন্তলাল দুৱৰাই অ'ৰ ত'ৰ পৰা কষ্টৰে সংগ্ৰহ কৰি আনি কাব্য সংকলন “মৰমৰ সুৰ” ও প্ৰকাশ কৰিছিল । সঙ্গীত সম্পৰ্কে আমাৰ সীমাবদ্ধ জ্ঞান হেতুকে এই গীতৰ ৰাগ নাইবা নাইবা তাল মান লয়ৰ সম্পৰ্কে বিশদ ব্যাখ্যা কৰিব পৰা নগল । এই দুঃসাহসিক প্ৰচেষ্টাৰ পৰা নিজকে বিৰত ৰাখিলো যদিও এই গীতখিনিৰ ভাবাৰ্থৰ মাজৰ পৰা কবি আৰু গীতিকাৰ দুৱৰা মানুহজনক পোহৰত চাবলৈ যত্ন কৰা এয়া আমাৰ বিনম্ৰ প্ৰয়াস মাথোন ।



(১) “কাৰ ৰাগিনী বাজে হিয়াত হে.........গীতত গীতিকাৰে সংসাৰৰ সকলো খেলা সামৰি অসীমলৈ মন মেলি দিছে । একমাত্ৰ পৰমেশ্বৰৰ বাদে ভৱসাগৰ পাৰ কৰোঁতা আন কোনোৱেই নাই । এই চেতনাৰ মাজেদিয়েই তেওঁৰ শান্তিৰ জয়যাত্ৰা আৰম্ভ হৈছে ।

(২) “সখিহে ! কিহেৰে বান্ধিছা হিয়া মোৰ”—
যৌবনৰ মধু গুঞ্জন প্ৰকৃতিৰ গছ-বিৰিখত সিঁচৰিত হৈ পৰিছে । ৰতাহৰ সোঁতত উটি আহে বাসনাৰ কুসুম পাহি । এই প্ৰেমৰ বতৰা পাই তেওঁ উৎফুল্লিত । “কোন আহি কোন গ'ল” বুলি প্ৰেয়সী সম্পৰ্কে ছঁয়ামময়া সপোনৰ কথা কোৱা কবি দুৱৰাই ইয়াত হৃদয় চুৰ কৰোতাজনক বিচাৰি উলিয়াইছে ।

(৩) “(আজি অন্তৰ বীণা বাজোক ধীৰে”—এই গীতটিও ৰবীন্দ্ৰ সঙ্গীতৰ সুৰ উটি আহিছে যেন লাগে । ৰবীন্দ্ৰ সঙ্গীতৰ সৈতে এই গীতৰ ভাব আৰু ভাষাতো যথেষ্ট সাদৃশ্য লক্ষ্য কৰা যায় ।

(৪) “কিনো উল্লাহে আজি নবীন বেশেৰে সাজি”—গীতটি ৰচনাৰ সময় জনা নাযায় যদিও বিশেষ কোনো উপলক্ষ্যত ৰচনা কৰা যেন অনুমান হয় । এই গীতত স্বাধীনতা সংগ্ৰামৰ সেই উদাত্ত আহ্বানৰ প্ৰভাৱ পৰাতো অসম্ভৱ বুলি কব নোৱাৰি । প্ৰেয়সীৰ কবৰীত মালতী ফুলৰ সুগন্ধি বিচৰা দুৱৰাক ইয়াত আমি এজন দেশপ্ৰেমিক তথা জনতাৰ সেৱক ৰূপে চিনাক্ত কৰিব পাৰো ।

(৫) (আজি) পূণ্য প্ৰভাতে শান্ত অৰুণে ... গীতৰো মূল সুৰ দেশপ্ৰেম । ইয়াত গীতিকাৰে সমতাৰ বাণী আগবঢ়াইছে, য'ত হিংসা, দ্বেষ, দ্বন্দ্ব আঁতৰি সৃষ্টি হয় এখন সুন্দৰ সমাজ, প্ৰীতিৰ নিৰ্মল অশ্ৰুৰে সংশোধিত হয় মানুহ ।

(৬) কোনে আজি মাতে.... বাঁহী বাজে সুতানে... গীতটি যতীন্দ্ৰ নাথ দুৱৰাই ১৯৫২-৫৩ চনৰ ভিতৰত ৰচনা কৰিছিল । সময়ৰ ফালৰ পৰা বিশ্লেষণ কৰি চালে এই গীতটিৰ তাৎপৰ্য্য অনুভৱ কৰিব পাৰি । “সেই সময়চোৱাত দুৱৰাই ডিব্ৰুগড়ৰ কানৈ কলেজত অধ্যাপনা কৰিছিল ।

প্ৰকৃততে সেইখিনিয়েই তেওঁৰ কাব্য জীৱনৰ স্তব্ধতাৰ সময়। "বনফুল" কাব্য পুথিখনো ইতিমধ্যে কলিকতাত লিখি থোৱা অৱস্থাত অপ্ৰকাশিত হৈ আছিল। ১৯৫২ চনতে কলিকতাৰ এলেম প্ৰেছে এই পুথিখন ছপা কৰি উলিওৱাৰ লগে লগে পঢ়ুৱৈ সমাজত সমাদৃত হ'ল। আনহাতেদি এই বছৰতে "বনফুলে" সাহিত্য একাডেমীৰ বঁটা লাভ কৰিবলৈ সক্ষম হয়। কাব্যিক জীৱনৰ এই স্বীকৃতি আৰু সমাদৰৰ বাবে দুৱৰা আনন্দিত হোৱাতো অতি স্বাভাৱিক কথা। নিজৰ সৃষ্টি সম্পৰ্কে দ্বিধাবোধ আৰু সমাজৰ সমালোচনাৰ সন্মুখীন হোৱাৰ ভয় মনৰ পৰা আতৰাৰ লগে লগে তেওঁৰ মনত গভীৰ আশাৰ সঞ্চাৰ হ'ল। সুৰৰ লহৰীৰে আকাশৰ দশোদিশ ভৰি গ'ল। পৃথিৱী জুৰি পোহৰ নামি আহিল। 'উলাহে মোৰ পৰাণ নাচে নাচে গানে গানে' বুলি গীতিকাৰে এই নতুন সুৰক নিজৰ মৰুময় জীৱনলৈ স্বাগতম জনালে।

(৭) "কেনে জিলিকি উৰ্দ্ধে অভ্ৰভেদী গিৰি শিখৰে চুমিছে"......... গীতটিত অসম মাতৃৰ ৰূপ-মহিমা বৰ্ণনা কৰা হৈছে। পূত-সলিলা তটিনী ব্ৰহ্মপুত্ৰ অসম মাতৃৰ বুকুৰেদি প্ৰবাহিত হৈছে। ইয়াত আছে অনেক কীৰ্তি অনেক বিজয় চিহ্ন। জননী পূজাৰ বেদীত নিজক আহুতি দিবলৈ অহা দেশসেৱকজনৰ উদ্দাম সাহস লাগিব। জীৱনৰ প্ৰতি এক বহল দৃষ্টিৰ প্ৰয়োজন হব। বিশ্বকবি সুচকাৰ ৰবীন্দ্ৰনাথ ঠাকুৰে লিখিছে

"ধ্যান গম্ভীর এই যে ভূধর,
নদীজপমালাধৃত প্রান্তর,
হেথায় নিত্য হেরো পবিত্র
ধরিত্রীরে
এই ভারতের মহামানবের
সাগরতীরে"



উল্লেখ :—যোগান বিভাগৰ অৱসৰপ্ৰাপ্ত অধীক্ষক শিৱসাগৰৰ সাহিত্য-সেৱী শ্ৰীলিখনেশ্বৰ বৰুৱাৰ হাতত থকা পুৰণি "অসমীয়া সঙ্গীতমালা" (১৯২৬-২৭) নামৰ গীতৰ পুথিখনিৰ পৰা কবি ৺যতীন্দ্ৰ নাথ দুৱৰাৰ ৰচিত এই ১২ টি গীত সংগ্ৰহ কৰা হৈছে।

শ্ৰীবসন্তলাল দুৱৰা
সংগ্ৰাহক ৬/৮/৯২

পু :—ইয়াত উল্লেখ কৰা ৩, ৭ আৰু ৯ নং গীত কেইটি দৈনিক/সাদিনীয়া জনমভূমি (১৯৭৬) কাগজত সাংস্কৃতিক ডায়েৰীৰ "অঘৰী"ৰ যোগে প্ৰকাশ হৈ গৈছে।

(১) কাৰ ৰাগিনী বাজে হিয়াত হে
অৱশ পৰাণ জিলিকে মোৰ
শান্ত কিৰণ মাজে।
আজিৰ দিনৰ মিলন মেলা
ই যে প্ৰভু তোমাৰ খেলা
তোমাৰ মধুৰ আশীষ বাণী
হিয়াৰ মাজত বাজে।
তোমাক এৰি সুখত থাকে
মগ্ন ই জীৱন
সুখৰ মাজত দুখ যে প্ৰভু
তোমাৰ সুমৰণ।
জীৱনৰ এই আন্ধাৰ বাটত
ধৰি আমাক নিয়া হাতত
যাত্ৰা শেষত চৰণত
মিলোঁ মোহন সাজে॥

('মৰমৰ সুৰ'ৰ পৰা সংগৃহীত)

(২) সখিহে ! কিহেৰে বান্ধিছা হিয়া মোৰ
পৰাণ অধীৰ মন চোৰ
মালতী ফুলৰ মালা, মৰম মাধুৰী সানি
দিলোঁহি ডিঙিত মোৰ যতনে যতাই আনি
চেনেহ শিকলি চকুলোৰ।
সমীৰে ফুলাই তোলে, বাসনা কুসুম পাহি
প্ৰেমৰ বাতৰি দিয়ে নাচি নাচি হাঁহি হাঁহি
নপৰে সুখৰ আজি ওৰ।
('মৰমৰ সুৰ'ৰ পৰা সংগৃহীত)

(৩) (আজি) অন্তৰ বীণা বাজোক ধীৰে
চালাহে দেৱহে
তোমাৰ করুণা কণা পৰোক শিৰে
আন্ধাৰ ঘৰত বন্ধ আমি
দিয়া আলো জীৱন স্বামী
আমি গাওঁহে গাওঁ হে
আমি গাওঁ তয়ু গান ঘৰে ঘৰে ॥
(আজি) গোটেই পৰাণ উঠক জুৰি
ধৰাহে ধৰাহে
আমাৰ সুৰ লহৰি হৃদয় ভৰি।
কাতৰ কৰি মাগো সৱে
নামি তুমি নতুন ৰূপে
বজোঁৱা বজোঁৱা
আমাৰ মিলন গীতি মধুৰ সুৰে ॥
('মৰমৰ সুৰ'ৰ পৰা সংগৃহীত)



(৪) কিনো উলাহে আজি নবীন বেশেৰে সাজি
পূজিব জননী বুলি আহে সেৱক দল
প্ৰাণত নতুন আশা
মুখত মধুৰ ভাষা
আদৰ তুলি ধৰে হিয়াত নতুন বল
যতনে যতাই আনি
অমিয়া মাধুৰী সানি
উলাহে চৰণে ঢালে ভকতি কুসুম দল
চেনেহ পৰশে কত
ফুলে ফুলে শত শত
বিশ্ব বিয়পি পৰে সাধনাৰ শতদল
আজি মধুৰ মধুৰ সুৰে
মধুৰ আৰতি কৰে
পৰাণ মধুৰ কৰে নামে শান্তি সুবিমল
উলাহ নিচান ধৰি
ক্ষুদ্ৰ হৃদয় ভৰি
মাগে করুণাকণা আজি সেৱক দল।
("মৰমৰ সুৰ"ৰ পৰা সংগৃহীত)

(৫) (আজি) পূণ্য প্ৰভাতে শান্ত অৰুণে
মঙ্গল কণা বৰষে
হিয়াৰ মাজৰ প্ৰেম শতদল
আপুনি হৰষে বিকাশে।
বাজিছে মধুৰ সুৰে
মঙ্গল গীতি ধীৰে
মিলন মাধুৰী ছৰিটি আজি

জিলিকে প্ৰেম পৰশে।
হিংসা, দ্বেষ, দ্বন্দ্ব
আতৰি নামোক আনন্দ,
পূণ্য মিলন, পূণ্য কিৰণ
প্ৰীতি অশ্ৰু বৰষে।
("মৰমৰ সুৰ"ৰ পৰা সংগৃহীত)

(৬) কোনে আজি মাতে
বাঁহী বাজে সুতানে
সুৰ লহৰী আকাশ ভৰি
উঠে তানে তানে।
কি গান কেনি ভাঁহি আহে
সপোন মাজতে কোনে হাঁহে
উলাহে মোৰ পৰাণ নাচে
নাচে গানে গানে।
পোহৰ নামে ভূবন জুৰি
মন মোৰ আজি নিয়ে হৰি
নতুন গীতি নতুন তানে
বাজে প্ৰাণে প্ৰাণে।
(জ্যোতি—৫ ম বছৰ-১৯৫২-৫৩চন)
("মৰমৰ সুৰ" ৰ পৰা সংগৃহীত)

(৭) কেনে জিলিকি উৰ্দ্ধে অভ্ৰভেদী গিৰি শিখৰে চুমিছে
পূণ্য ভূমি কাম্য কানন পূৰ্ণ প্ৰকৃতি নিকেতন
মুক্ত মধুৰ শান্ত সমীৰে হৰ্ষে চৰণ নামিছে।।
উঠে নিতে বন্দনা গান মন্ত্ৰ মুগ্ধ ভূবন



কুঞ্জে কুঞ্জে বিহগ গীতি পূৰ্ণ তব কানন
ঢালে সন্ধ্যা সাদৰী জোনায়ে ৰূপ মাধুৰী
প্ৰকৃতি উতলা শত লীলা খেলা
তোমাৰ কোলাতে খেলিছে।
বক্ষে বইছে ব্ৰহ্মপুত্ৰ পূত সলিলা তটিনী
ধীৰে বিতৰি দেশে বিদেশে
অতীত কীৰ্তি কাহিনী
হাঁহে জননী হৰষে করুণা কণা বৰষে
দলে দলে আজি সেৱক বৃন্দে ভক্তি আঁজলী সপিছে।
সৌৱা হেৰা পূৰুষ গগনে অৰুণ কিৰণ উদিছে
লুপ্ত কিৰীটি নবীন গৰিমা
চৌৱাহি জিলিকি পৰিছে
ক্ষুদ্ৰ স্বাৰ্থ পাহৰি নিৰাশা বেজাৰ সামৰি
ই শুভ ক্ষণত মিলাহি সৱে
মিলন ৰাগিনী বাজিছে।।
("মৰমৰ সুৰ" ৰ পৰা সংগৃহীত)

(১) মিশ্ৰ মূলতানী—ঢিমা তেতেলা।
আহাঁ, কি শুৱনী ছৱি, উষাৰ কনক ৰবি
উজলালে দশোদিশ কৰি মনোহৰ।
নিশাৰ তিমিৰ দূৰ কৰিলে কিৰণ আহি
আৰু দিলে দিনৰ পোহৰ।
পখী সবে গালে গান কতনো বিভঙ্গে
সমীৰ নাচিলে কেনে ৰঙ্গে।
শুৱনী কৰিলে ধৰা কেনে মনে প্ৰাণ হৰা
বঢ়ালে জেউতী মৰতৰ।।
আহাঁহে, মিলোহে, ঈশগুণ গাওঁহে

প্ৰভু তব মহিমা অপাৰ ।
তুমি অগতিৰ গতি অধম মুকুখমতি
নেজানো তোমাৰ তুতি করুণা সাগৰ ।।
( অসমীয়া সঙ্গীতমালা—১৯২৬-২৭ ) পৃঃ ১০

(২) ঝিঝিত—একতালা ।
সকলো মিলি "আনন্দ" পূজা
কৰো আজি যতনেৰে ।
হৃদয় পটে ছৱিটি আঁকি
চাওঁ সবে হৰষেৰে ।
তোমাৰ গুণে পবিত্ৰ ভূমি
জননীৰ নাম প্ৰকাশিলা-তুমি
মুকুখ অধম নেজানো আমি
পূজোঁ দেৱ দিনো দৰে ।।
পৰৰ দুখতে তুমি বিগলিত
অশেষ গুণেৰে তুমি বিভূষিত
মোহন সাজেৰে তুমি হে শোভিত
পূজো দেৱ আদৰেৰে ।
তোমাৰ কিৰীটি দেশ দেশান্তে
হিয়াৰ বাহিৰে যুগ যুগান্তে
থাকিব অটল জগতে মাজে
পূজো দেৱ হৰষেৰে ।
( অসমীয়া সঙ্গীতমালা—পৃষ্ঠা—২২ )

(৩) ভৈৰবী—একতালা
কোমল সুৰেৰে নেজানো ৰচিব
লেখনী নচলে বেজাৰত হে ।
লগৰীয়া সবে এৰি থই মোক
কোনিবাদি হায় ! গ'ল গুচি হে
মনৰ যাতনা মনতে লুকাই
ভাবো বহি বহি অতীত কাহিনী ।
ৰচনা (ও) লগতে ধুকাব হে ।।
সুবুজি মানুহে মানুহৰ দুখ
এটি দুটি কৰি সকলোটি যায়,
পুৱঁতি নিশাৰ তৰাতিৰ দৰে
ঘাম মই আঁতৰি এফালে হে ।।
( অসমীয়া সঙ্গীতমালা : পৃষ্ঠা—৩৭)

(৪) অহং—একতালা
নিৰাশা মনেৰে বনফুল তুলি
গাঁথি মালাধাৰি অতি যতনেৰে ;
দুখীয়াৰ আৰু কি আছে কি দিম,
দিওঁ তাকে আজি কত হেঁপাহেৰে ।
ক্ষুদ্ৰ উপহাৰ এই অভাগাৰ
পায় যেনে ঠাই তোমাৰ হাতত
ঘিণ কৰি যেন নিদিয়া পেলাই,
কৰো এই আশা তোমাৰ কাষত
সৰল হিয়াৰ প্ৰেমৰ চানেকী
অঁকা আছে হেৰা ফুলৰ মাজত ;
কত যে আনন্দ লভিম সদায়ে
তুলি যদি লোৱা এবাৰ বুকুত ।।
( অসমীয়া সঙ্গীতমালা পৃষ্ঠা—৫০ )

বেহাগ আড়াঠেকা

(৫) (প্রভু) এয়েনে কি শেষ।
ছুখৰ ডাৱৰে জীৱন ঢাকিলে,
নেথাকিল সুখৰ একো লেশ।
বহু আশা কৰি সাজিছিলো ঘৰ,
ভাবিছিলো সুখে বম নিৰন্তৰ।
সি আশা গুচিল, বিষাদ আছিল
কিয় দিলা অত ক্লেশ,
আৰু যত দিন আছোঁ পৃথিৱীত।
অকলে ফুৰিম নিজ হাবিত;
অকলে হাঁহিম অকলে কান্দিম,
হ'ব ই জীৱন শেষ।
( অসমীয়া সঙ্গীতমালা : পৃষ্ঠা—৬২ )

(৬) ঝিঝিট খাম্বাজ—আড়খেমটা
নাহেতো মলয় সমীৰ ফুলে ফুলে চুমি যায়,
ঘূৰি ঘূৰি নাচি নাচি যেন তেনি উৰি যায়।
সমীৰে কথা নুশুনে
খেলে মাথোঁ আপোন মনে,
ফুলৰ পাহি জোনৰ হাঁহি একো নেমানে;
এই নাচে কেনে কমল জলে
এৰি পুষ্প কেনিবা যায়।।
( অসমীয়া সঙ্গীত মালা পৃষ্ঠা—৭৪ )

(৭) ভৈৰবী—একতালা
অসম ৰতন যত সুসন্তান
উঠা উঠা মাতৃ কৰে আৱাহন।
খিয়লাখিয়লি পাহৰা সমূলি
জননীৰ হকে দিয়া প্ৰাণ মন।
নতুন সাহেৰে হিয়া ডাঠ কৰা।
স্বদেশৰ কাৰণে স্বাৰ্থ পৰিহাৰা ;
সুফল লভিবা বিঘিনি নাশিবা
হব তেবে হেৰা সুখ বৰিষণ।
চোৱা চোৱা হেৰা য'ত সুসন্তান
জনমভূমিৰ সুখৰ কাৰণ।
তেজাল খোজেৰে উলাহ মনেৰে
কৰা সকলোৱে বিপদ দমন।।
( অসমীয়া সঙ্গীতমালা : পৃষ্ঠা—৮৪ )

(৮) ইমন বিভাস — আড়খেমটা।
আজি প্ৰকৃতিৰ শোভা সুন্দৰ
নাচে ফুল কলি নাচে হালি জালি
নাচে ফুলে ফুলে পৰি মধুকৰ।
নাচে ধীৰে সমীৰে আছি :
নীল আকাশত সোণালী ৰঙেৰে
নাচে সূৰ্য্য কিৰণ হাঁহি।
নাচে লতা ডালি অতি কমনীয়া
প্ৰকৃতি দেৱীৰ আলসুৱা
নাচে বন-গুৱনী মন মোহিনী
নাচে যত জীৱ আদৰৰ।।
( অসমীয়া সঙ্গীতমালা—পৃষ্ঠা ৯৪ )

(৯) মিশ্ৰ ভৈৰবী — খেমটা।
(আজি) মধুৰ মিলন আজি মধুৰ মিলন,
প্ৰাণে প্ৰাণে লাগে লাগে কেনে বিতোপন।
দুখানি প্ৰেমৰ নই, বই বই যায় বৈ,

সাগৰ সঙ্গমে পায় নতুন জীৱন ;
নিৰাশ শোকত হাঁয় আৰু একো কাম নাই,
দুখৰ পাচত হয় সুখ দৰশনে ।।
( অসমীয়া সঙ্গীতমালা —পৃষ্ঠা ১০৪ )

(১০) পুৰবী — আড়াঠেকা ।
এনে সময়ত মন হোৱা আজি অচেতন,
আশাৰ কুসুম তুলি গাথঁা মালা বিতোপন ।
কবি ফুলনিত কত ফুলি শত শত
অকালতে মৰি গ'ল শোকতে কান্দে পৰাণ ।
নাই সি বসন্ত আৰু কুলিৰ মধুৰ কুউ,
নুশুনো বীণাৰ মাত আৰু সুললিত গান ।
নিজ পুৰুষালি এৰি কেনেনো মোহত পৰি
কালৰ কোলাত আজি চোৱা সবে অচেতন ।
দুখুনী জননী আজি শোক তাপে বিষাদিনী
মোহ নিদ্ৰা পৰিহৰি হোৱা অচেতন ।।
( অসমীয়া সঙ্গীতমালা — পৃষ্ঠা ১১২ )

(১১) আলেয়া — ঝাপতাল ।
ৰখোঁৱা চৰণে প্ৰভু জীৱন সাৰথি মোৰ ;
সংসাৰ সাগৰে যেন গুচোৱা যাতনা ঘোৰ ।
যেতিয়া অভাগা নৰে দুখৰ মাজত পৰে,
তোমাৰ নামেৰে তাৰ পৰেহে দুখৰ ওৰ ।।
দীঘল বাটত পৰি আহিছোঁ ভাগৰি হৰি,
নিয়া মোক আগুৱাই যাব লাগে বহু দূৰ ।
মিছা জীৱনৰ খেলা মিছা ই সুৰৰ মেলা,
নেপালে তোমাৰ প্ৰভু জেউতি সি স্বৰগৰ ।।
( অসমীয়া সঙ্গীতমালা—পৃষ্ঠা ২৫৩ )



(১২) এবাৰ বজোৱা মোহন মুৰুলী,
উলাহে উথলি উঠোক প্ৰাণ ।
আকৌ অসম কুঞ্জত কাননে,
বাজোক ভক্তি মধুৰ তান ।
নাচিব হৰষে হৃদয় ৰক্ত
আহিব শতকে জননী ভক্ত ।
ধৰিব আৰতি মুক্ত কণ্ঠে,
কৰিব পূণ্য পবিত্ৰ প্ৰাণ,
শুনাই উঠিব পূৰ্ণ হৰষে,
লুপ্ত অসম গৌৰৱ গান ।
( অসমীয়া সঙ্গীতমালা—পৃষ্ঠা ২৭৯ )

'অসমৰ সঙ্গীতমালা'ত সন্নিবিষ্ট কৰা ১৯২৬-২৭ চনৰ ভিতৰত ৰচিত যতীন্দ্ৰনাথ দুৱৰাৰ এইখিনি গীতৰ মাজেদি দুৱৰাৰ জীৱন তথা সমাজৰ একাংশ পোহৰ ছবি দেখিবলৈ পোৱা হয় । কোনোটি গীতত ঈশ্বৰ বন্দনা, কোনটিত ব্যক্তিগত বিষাদ আন কোনটিত আকৌ দেশমাতৃৰ গৌৰৱোজ্জল প্ৰতিচ্ছবি দাঙি ধৰা হৈছে । "লগৰীয়া সবে এৰি থই মোক কেনিবাদি হাঁয় ! গ'ল গুচি হে" বুলি দুৱৰাই ব্যক্তিগত জীৱনৰ শূন্যতাৰ দিশটো উদঙাই দেখুৱাইছে । এনে শূন্যতা তেওঁৰ জীৱনলৈ আহিছিল । কিন্তু আধ্যাত্মিক চেতনাই আহি সেই শূন্য ঠাইত এচমকা পোহৰ সানি দিলে । সেয়েহে--
"অকলে ফুৰিম নিজ হাবিত,
অকলে হাঁহিম অকলে কান্দিম,
হব ই জীৱন শেষ" বুলি ব্যক্তিগত বিষাদৰ গীত ৰচা দুৱৰাই ভক্তি বিগলিত চিত্তৰো প্ৰমাণ দি থৈ গ'ল :

"আহাঁহে, মিলোহে ঈশগুণ গাওঁহে
প্ৰভু তব মহিমা অপাৰ ।

তুমি অগতিৰ গতি অধম মুৰুখ মতি
নেজানো তোমাৰ তুতি করুণাসাগৰ ।।"

উল্লেখযোগ্য কথা যে যতীন্দ্ৰনাথ দুৱৰাৰ এইখিনি গীতত ৰাগ আৰু তাল বান্ধি থোৱা আছে। এই সম্পৰ্কে নিজৰ মনতে অনেক কৌতূহল হল। সেয়েহে অসমৰ সঙ্গীতৰ একনিষ্ঠ সাধক শ্ৰীযুত বীৰেন ফুকনদেৱক লগ ধৰিছিলো। তেখেতে গীত ৰচনা কৰা সেইসময়ৰ সামাজিক আৰু সাংস্কৃতিক পৰিৱেশ সম্পৰ্কে সুন্দৰ ব্যাখ্যা দাঙি ধৰি এই কথা কলে যে যিহেতু এই গীতিখিনিৰ বাহিৰে দুৱৰাই সঙ্গীত চৰ্চা কৰাৰ আন কোনো নিৰ্ভৰযোগ্য প্ৰমাণ আমাৰ হাতত নাই, সেয়েহে দুটা কাৰণত এই ৰাগ আৰু তালৰ উল্লেখ থকাৰ কথা অনুমান কৰিব পাৰি। প্ৰথমটো হল সেই সময়চোৱাত বঙালী গীত আৰু নাটকৰ প্ৰভাৱ অসমীয়া সাংস্কৃতিক জগতৰ ওপৰত প্ৰচুৰ পৰিমাণে পৰিছিল। বেছিভাগ বঙালী গীততে ৰাগ আৰু তালৰ কথা স্পষ্টকৈ দিয়া থাকে। সেই আৰ্হিত অসমীয়া ভাষাতো অনেক গীত ৰচনা হৈছিল। সেয়েহে কবি গীতিকাৰ যতীন্দ্ৰনাথ দুৱৰাও সেই ৰীতিৰ দ্বাৰা প্ৰভাৱিত হব পাৰে।

আন এটি কাৰণ হব পাৰে যে অসমৰ সঙ্গীত পুথি সংকলন কৰোতাজনে পাঠক আৰু সঙ্গীত চৰ্চা কৰোতাসকলৰ সুবিধাৰ বাবে ৰাগ আৰু তালৰ উল্লেখ কৰিছিল। এই ক্ষেত্ৰত গীতৰচকে কিজানি কেৱল গীতটিহে লিখিছিল। এই দুইটা কথাৰে সম্ভাৱনা এইক্ষেত্ৰত নুই কৰিব নোৱাৰি। শ্ৰদ্ধেয় ফুকনৰ এই কথাখিনিকে সম্বল স্বৰূপেলৈ কাৰ্যত অগ্ৰসৰ হলো। দেখা গ'ল, সঙ্গীতাচাৰ্য্য লক্ষীৰাম বৰুৱাৰ "সঙ্গীতকোষ"ত যতীন্দ্ৰনাথ দুৱৰাৰ আটাইকেউটি গীত সন্নিবিষ্ট কৰা হৈছে।

এই সম্পৰ্কে "সংগীত-কোষ"ৰ 'ভূমিকা' শিতানত শ্ৰীযুত নগেন শইকীয়াদেৱে লিখিছে যে "বৰুৱাদেৱৰ সাধনাৰ দুটি ফল তেখেতে থৈ গল। সেই দুটি হল ৪২২ টা গীতৰ সংকলন "সংগীত-কোষ" আৰু সংগীত-চৰ্চাৰ পুথি "সংগীত সাধনা"। প্ৰথমখনি প্ৰকাশিত হয় ১৯০৯ চনত আৰু দ্বিতীয়খনি প্ৰকাশিত হয় ১৯১০ চনত। অসমৰ সাংস্কৃতিক ইতিহাসত এই দুটা বছৰ সেইকালৰ পৰা বিশেষ ভাবে উল্লেখযোগ্য। সংগীত-কোষৰ গীতসমূহ জাতীয় দেশপ্ৰেমমূলক সংগীত, ধৰ্ম-সংগীত, শোক-সংগীত, প্ৰণয়-সংগীত, ৰহস্য-সংগীত, বিবিধ সংগীত আৰু পুৰণি সংগীত—এইকেইটা ভাগত সজাইছে। পুৰণি সংগীত ভাগত সন্নিবিষ্ট আইনাম, বিয়ানাম, ভটিমা গুণমালা আদিৰ বাহিৰে বাকী গীতসমূহৰ প্ৰত্যেকৰে ৰাগ-ৰাগিণী, তাল, মান আৰু গোৱাৰ সময় নিৰ্দেশ কৰি গৈছে। নিঃসন্দেহে সংগীত-কোষ আধুনিক অসমীয়া সংগীতৰ প্ৰথমটি লাইখুটি। এই গ্ৰন্থই আমাৰ আধুনিক গীত আৰু গীতিকাৰ দুয়োকে প্ৰতিষ্ঠা দান কৰিলে। অসমীয়া ভাষাত হিন্দী বা বঙলা ভাষাৰ সমমৰ্য্যদাৰ আধুনিক গীত ৰচনা নহব বুলি ভবাসকলৰ আশাঙ্কাও সংগীত-কোষে দূৰ কৰিলে।"

উক্ত কথাখিনিৰে আন এটি কথাও প্ৰমাণ কৰে যে "অসমৰ সঙ্গীতমালা"ৰ প্ৰণেতাজনে "সংগীত কোষ" ৰে সহায় লৈছিল। প্ৰণেতাৰ নাম পোৱা নগ'ল।

গদ্যৰ এধানী ছাঁ :

ৰোমাণ্টিক যুগৰ প্ৰেম আৰু বিষাদৰ কবি ৰূপে খ্যাত যতীন্দ্ৰনাথ দুৱৰাৰ গদ্য ৰচনা সৰহ নহয়। তথাপি এই ৰচনাসমূহৰ মাজতো তেওঁৰ এক স্বকীয়া প্ৰকাশভঙ্গী লক্ষ্য কৰা যায়। কবিতাসমূহৰ দৰেই দুৱৰাৰ গদ্যৰ ভাষা সহজ আৰু সাৱলীল।

সপ্তম বছৰ "জয়ন্তী"ত প্ৰকাশ হোৱা প্ৰবন্ধ—"কবি হাফেজ"ৰ মাজেদি দুৱৰাই কবি হাফেজ আৰু চুফী দৰ্শন সম্বন্ধে ব্যক্ত কৰিছে। প্ৰবন্ধটিৰ আৰম্ভণিতেই তেওঁ কবি পৰিচয় এটি দাঙি ধৰিছে যাতে প্ৰবন্ধৰ বিষয়বস্তু যিকোনো শ্ৰেণীৰ পাঠকৰ বাবে সহজবোধ্য হব পাৰে। দুৱৰাই কবিৰ ব্যাখ্যা দিছে এনেদৰে "কবি জাতিৰ মঙ্গল শঙ্খ। জাতিৰ মাজত তেওঁলোকে এনে এটি সত্যৰ বাণী প্ৰচাৰ কৰি

যায়—যাৰ অনুপ্ৰেৰণাত জাতীয় জীৱনৰ ভাবধাৰা এক নিৰ্দিষ্ট ধাৰাইদি ঢাল লয়।" এই প্ৰবন্ধত কাব্যগ্ৰন্থখনিৰ বাদেও হাফেজৰ জীৱন দৰ্শনৰ কথাও প্ৰকাশ কৰা হৈছে। ১৯২২ খৃষ্টাব্দত "বাঁহী"ত প্ৰকাশিত "ওমৰ খাৱাম"ও যতীন্দ্ৰনাথ দুৱৰাৰ আন এটি মৌলিক তত্বগধুৰ প্ৰবন্ধ। ইয়াত ওমৰৰ জীৱন সম্পৰ্কে এটি সম্যক আভাস দিবলৈ যত্ন কৰা হৈছে। চাৰ্লচ লেম্বৰ ড্ৰিম চিল্ড্ৰেণ (*Dream Children*) ৰ আৰ্হি থকা "ডাংবৰলাৰ কেচুৱা দৰ্শন" নামৰ দুৱৰাৰ আন এটি মনোৰম গল্প প্ৰকাশ হৈছিল। এই গল্পটিৰ দুৱৰাই প্ৰকাশ কৰা মন্তব্য অতি আমোদজনক বিধৰ "মোৰ প্ৰবন্ধ এটা ওলাইছিল। নাম ডাং বৰলাৰ কেচুৱা দৰ্শন। অৱশ্যে গল্প—কবিতা নহয়।"

কলিকতাৰ এ, এছ, এল ক্লাবৰ দ্বাৰা প্ৰকাশিত সাহিত্য আৰু আলোচনা" নামৰ এখনি উল্লেখযোগ্য আলোচনা গ্ৰন্থত যতীন্দ্ৰনাথ দুৱৰাই প্ৰায়ে প্ৰবন্ধ লিখিছিল। উক্ত গ্ৰন্থৰ সম্পাদনা সমিতিৰ তেওঁ সভাপতি আছিল। 'সাহিত্য আৰু আলোচনা" গ্ৰন্থত দুৱৰাৰ "উপন্যাস" নামৰ এটা মূল্যবান প্ৰবন্ধ প্ৰকাশ হৈছিল। এই সম্পৰ্কে কৃতী সমালোচক তথা যতীন্দ্ৰনাথ দুৱৰাৰ একান্ত শুভাকাঙ্খী নন্দ তালুকদাৰে 'বনফুলৰ কবি দুৱৰা" নামৰ গ্ৰন্থত লিখিছে "উপন্যাস সম্বন্ধে এখনি স্বকীয়া গ্ৰন্থ লিখাৰ কথা দুৱৰাই আমাক কথা প্ৰসঙ্গত কৈছিল। আৰু পুথিখনৰ পাণ্ডুলিপিখন আমাক পঢ়িবলৈ দিম বুলিও কৈছিল। দুৱৰা তেতিয়া কানৈ কলেজৰ অধ্যাপক। পিচত অৱসৰ গ্ৰহণ কৰি শিৱসাগৰৰ নিজ ঘৰত জিৰণি লোৱা সময়ত বিচাৰ কৰি আমি উক্ত উপন্যাস সাহিত্য সম্বন্ধীয় গ্ৰন্থখনি নাপালো। পাণ্ডুলিপিখন কি হল সি অজ্ঞাত।"

সৌভাগ্যৰ কথা যতীন্দ্ৰনাথ দুৱৰাৰ সুযোগ্য ভতিজা বসন্তলাল দুৱৰাৰ আশাসুধীয়া প্ৰচেষ্টাত এই উপন্যাসৰ প্ৰবন্ধটি উদ্ধাৰ কৰিব পৰা হল।



## উপন্যাস

অধ্যাপক—শ্ৰীযতীন্দ্ৰ নাথ দুৱৰা

সংস্কৃত আলঙ্কাৰিক সকলে কথা বা আখ্যায়িকা সম্বন্ধে যি লক্ষণেই দি নাথাকক আৰু তাৰ ৰীতি ৰূপ যেনেকৈয়ে নাথাকক বৰ্ত্তমান অসমীয়া সাহিত্যলৈ উপন্যাসৰ অনুপ্ৰেৰণা সংস্কৃত সাহিত্যৰ পৰা অহা নাই। প্ৰচীন বৈষ্ণৱ সাহিত্যতো উপন্যাসৰ উহ, বিচাৰি পোৱা বৃথা। আমাৰ দেশত আজিকালি যি প্ৰকাৰৰ উপন্যাস লিখা হৈছে সি ইংৰাজী উপন্যাসৰহে অনুকৰণত। প্ৰকৃত পক্ষে কবলৈ গলে ই আমাৰ দেশৰ নিজ বস্তু নহয়। ইংৰাজী শিক্ষাৰ প্ৰচলনৰ লগে লগে আমাৰ সাহিত্যত ইংৰাজী সাহিত্যৰ যি প্ৰভাৱ পৰিল, তাৰ ফলতেই ইয়াৰ জন্ম হ'ল। আমাৰ পুৰণি সাহিত্যৰ মাজত উপাখ্যান থাকিলেও উপন্যাস বিচাৰি পোৱা নাযায়; কাৰণ আধুনিক সমাজেই ইয়াৰ জন্মস্থান। আধুনিক সমাজৰ পৰিবৰ্তনৰ লগত ই ওতপ্ৰোত ভাৱে জড়িত আছে। যি দিনাৰ পৰাই মানুহৰ মনত গণতন্ত্ৰৰ ভাবে পোন প্ৰথমেই ভুমুকি মাৰিলে সেই দিনাখনৰ পৰাই উপন্যাসৰ আৰম্ভ হল বুলি ধৰিব পাৰি, কাৰণ, উপন্যাসৰ ভেঁটিয়েই গণতন্ত্ৰৰ মূল সূত্ৰ। অতীত বা মধ্যযুগত সমাজত মানুহ হিচাপে কোনো বেলেগ অস্তিত্ব নাছিল। সেই সময়ত তেওঁলোকে নিজক সমাজৰ কোনো শ্ৰেণীৰ বা ফৈদৰ উন্নতি অৱনতিতে নিজক বিলোপ কৰি দিছিল। কিন্তু বৰ্তমান যুগত মানুহে তেনেদৰে নিজৰ আত্মবিলোপ ইচ্ছা নকৰে, ঘৰত সমাজৰ সকলো বান্ধোনৰ মুক্ত হৈ নিজৰ ব্যক্তিত্ব প্ৰকাশ কৰাই তেওঁলোকৰ নিজৰ কাম্য বস্তু। এই আত্মবিকাশ আৰু আত্মমৰ্যদা বোধেই হৈছে উপন্যাসৰ প্ৰধান স্বৰূপ

মানুহে চিৰকালেই কল্পনাপ্ৰসূত কথা শুনিবলৈ ভাল পায়। সকলো যুগতে সকলো ঠাইতে মানুহে জগতৰ অইন নৰ-নাৰীৰ আশা আকাঙ্ক্ষা, সুখ-দুখ বিজড়িত জীৱনৰ বিচিত্ৰ কাহিনীবোৰ জানিবলৈ সদায় ইচ্ছা কৰে। এই ইচ্ছা আৰু আকাঙ্ক্ষাই সকলো যুগত সাহিত্য সৃষ্টিৰ মূলতে এটি ব্যাপক প্ৰেৰণা যোগাই আহিছে। প্ৰাচীন যুগৰ মহাকাব্য পুৰণা, চাগৰ (*Saga*) যুদ্ধ, বীৰত্ব আৰু প্ৰেমৰ বিচিত্ৰ কাহিনীৰ মূলতো এই প্ৰেৰণা যেনেদৰে আছিল, তাৰ পিচৰ যুগৰো কথা সাহিত্য, নাটক ৰোমাঞ্চ ইত্যাদিতে সেই প্ৰেৰণা ঠিক তেনে-দৰেই আছিল। যুগ আৰু আনুষঙ্গিক সামাজিক পৰিবৰ্তনৰ লগে লগে সাহিত্যত মাথোন ৰীতিহে পৰিবৰ্তন হৈছে আৰু উপন্যাসকেই সাহিত্যৰ আধুনিক ৰূপ বুলি ধৰিব পাৰি।

উপন্যাসক ইংৰাজীত *Novel* বোলে। 'নভেল' কথাটো ইটালীয় *Novellal Storia* অৰ্থাৎ নতুন ধৰণৰ সাধুকথাৰ পৰা আহিছে। এই নামেই ৰচনাৰ নতুন ৰীতিৰ প্ৰচলনৰ সূচনা। এই চিৰন্তন প্ৰেৰণা মনৰ আকাঙ্ক্ষাত এই নতুন ৰচনা ৰীতিৰ মূলতো আছে। নাট্য সাহিত্যৰ এই নতুন ৰূপ উপন্যাসেই সাধাৰণ মানুহৰ জীৱনৰ অন্তঃপুৰৰ বিচিত্ৰ অন্তৰঙ্গ কাহিনীবিলাক প্ৰকাশ কৰি শুনাইছে আৰু সাহিত্যৰ ভিতৰত এখন নতুন জগত আৱিষ্কাৰ কৰিছে। আনকি প্ৰাচীন যুগৰ ৰজা মহাৰজাৰ উপাখ্যান আৰু মধ্যযুগৰ ৰোমাঞ্চ কাহিনী বিলাকতো এটি নতুন "মানৱিকতাৰ"—*humanism* ৰ উদ্বোধন কৰিছে। সাহিত্যাই নৱযুগৰ গণতান্ত্ৰিকতাৰ বাতৰি নতুন ৰূপে প্ৰকাশ কৰিছে।

বাস্তৱ জীৱনৰ আলম লৈ কল্পনাৰ সহায়ত যথাযোগ্য চৰিত্ৰ আৰু ঘটনাৰ সুচাৰুৰূপে সমাবেশ কৰি এখনি পট তুলি ধৰাই হৈছে উপন্যাসৰ কাম। সাধাৰণতে আমি উপন্যাসত এই কেইটা আৱশ্যকীয় অঙ্গ দেখিবলৈ পাওঁ। যেনে—ঘটনা, চৰিত্ৰ, কথোপকথন, কাৰ্য্যৰ স্থান আৰু সময়, আৰু লগে লগে লিখকৰ ৰচনাৰ ৰীতি আৰু জীৱন



তত্ত্ব ( *Philosophy of life* ) আভাস। পোন প্ৰথমেই উপন্যাসে ঘটনা আৰু কাৰ্য্যৰ সূচনা জনায়। যি সকল নৰ-নাৰীৰ মাজেদি সেই কাৰ্য্য আৰু ঘটনাৰ প্ৰকাশ পায় তেওঁলোকেই হৈছে উপন্যাসৰ 'চৰিত্ৰ'। চৰিত্ৰ অঙ্কনেই উপন্যাস সৃষ্টিৰ আগ ভাগ অধিকাৰ কৰে। ফলত চৰিত্ৰ বিলাকত মানৱোচিত দয়া, ধৰ্ম্ম, স্নেহ, প্ৰেম আবেগ অনুভূতি ইত্যাদি গুণ বিলাক আৰোপ কৰি—তেওঁলোকক বাস্তৱ জগতৰ তেজ মঙহেৰে গঢ়া মানুহ কৰি তোলাই উপন্যাস লিখকৰ প্ৰধান কাম। ইয়াৰ ওপৰতেই তেওঁলোকৰ কৃতিত্ব আৰু উপন্যাসৰ সাফল্য বহুতখিনি নিৰ্ভৰ কৰে। এই চৰিত্ৰ বিলাকৰ কথা বাৰ্তাই হৈছে উপন্যাসৰ কথোপকন। এই কথা বাৰ্তাই ঘটনাক ৰসাল আৰু চৰিত্ৰক সজীৱ কৰি তেওঁলোকৰ আত্ম-প্ৰসাৰ আৰু আত্ম-পৰিচয়ৰ সুযোগ দিয়ে আৰু ইয়েই তেওঁলোকৰ ভৱিষ্যত কাৰ্য্য প্ৰণালী বেচি ৰকমে সূচাই দিয়ে। তাৰ পাচত যি ঠাইত যি সময়ত যিবিলাক ঘটনা ঘটে, সেইয়ে কাৰ্য্যৰ স্থান আৰু সময়। লিখকৰ ৰচনাৰ ৰীতিও উপন্যাসৰ এটি প্ৰধান অঙ্গ। ইয়াৰ কৌশলেৰেই পাঠকৰ মন লিখকৰ ৰচনাৰ ফালে আকৰ্ষণ কৰিব পাৰে। একো একোটি ৰচনাৰ ভঙ্গীতেই মানৱ জীৱনৰ বিশিষ্ট ৰূপ, লিখকৰ জ্ঞাত বা অজ্ঞাতসাৰ ব্যক্ত হৈ পৰে। প্ৰত্যেক মানুহৰেই জীৱন সম্বন্ধে একো একোটি স্বতন্ত্ৰ দৃষ্টিভঙ্গী (*out-look*) আছে আৰু তেওঁৰ ৰচনাত ই পৰিস্ফুট ভাবে ওলাই পৰে। এইয়ে হৈছে লিখকৰ জীৱনতত্ত্বৰ আভাস। সকলোৰে চিন্তা আৰু দৃষ্টি ভঙ্গী বেলেগ হলেও জীৱনৰ সমস্যা পূৰণত, আবেগ আৰু অনুভূতি প্ৰকাশত সকলোৰে মাজতে শেহত এটি ঐক্যভাৱ দেখা যায়। সকলোবিলাক উপন্যাসতেই এই দুয়োৰো কম বা বেচি ৰকমে আলোচনা পোৱা যায়।

উপন্যাসৰ লগে লগেই ৰোমাঞ্চ নামেৰে আৰু এবিধ কথা সাহিত্যৰ সৃষ্টি হৈছে। বাস্তৱতাৰ কম-বেছিৰ ওপৰতেই উপন্যাস আৰু ৰোমাঞ্চৰ প্ৰভেদ নিৰ্ভৰ কৰে। সমসাময়িক সমাজ আৰু পৰিবাৰিক জীৱনৰ চিত্ৰ অঁকাই হৈছে উপন্যাসৰ প্ৰধান কাম। সত্য পৰ্য্যবেক্ষণ আৰু বিশ্লেষণ ইয়াৰ প্ৰধান গুণ। অসাধাৰণক যিমাণ পৰা যায় ইয়াৰ দুৱাৰদলিৰ পৰা বাহিৰত ৰখোৱা হয়। কিন্তু ৰোমাঞ্চে জীৱনৰ সহজ ধাৰাতকৈ অসাধাৰণ উচ্ছাস আৰু গৌৰৱ-কহে বেছি আসন দিয়ে। এজন সমলোচকে উপন্যাস আৰু ৰোমাঞ্চৰ প্ৰভেদ দেখুৱাওঁতে কৈছে, *"That prose fiction which deals realistiecly with actual life is called..... the novel. That prose fiction which deals with life in a false or fantastic manner or represents it in the setting of straege improbable or impossible adventures or idealises the virtues, the vices of the human nature is called romance-'' (cross)* জীৱনৰ বীৰোচিত গুণৰ বিকাশ মনৰ প্ৰবল আবেগ জীৱনৰ নানা ৰহনৰ সমাবেশেই হৈছে ৰোমাঞ্চৰ প্ৰকৃত বিষয়বস্তু। অতি চিনাকি বৰ্ত্তমানতকৈ কুৱঁলীৰে ঢকা অতীতৰ ফালেহে ৰোমাঞ্চৰ স্বাভাৱিক ধাউতি। অতীতৰ আকাশ বতাহৰ মাজত সৰু সৰু পাতল শুকুলা ডাৱৰৰ দৰে যিবোৰ অতি কবিত্বময় কল্পনা উৰি ফুৰে সেইবোৰৰে একোখনি সুন্দৰ পট অ'াকিবলৈ ৰোমাঞ্চে চেষ্টা কৰে। বৰ্ত্তমান যুগত উপন্যাস আৰু ৰোমাঞ্চৰ প্ৰভেদ বহুত পৰিমাণে কমি আহিছে, আৰু দুয়োৰে ফালে এনেৰকমে ঢাল খাইছে যে প্ৰভেদৰ সূক্ষ্ম সীমা ৰেখাডাল লাহে লাহে নেদেখাৰ দৰে হৈ পৰিছে—ৰোমাঞ্চেও বাস্তৱতাৰ মন্ত্ৰে অনুপ্ৰাণিত হৈ সত্যৰ কঠোৰ সংযমক স্বীকাৰ কৰি গৈছে আৰু উপন্যাসও জীৱনক খলক লগোৱা অদমনীয় প্ৰবৃত্তিবিলাকৰ ৰহস্যময় সত্যৰ প্ৰকাশ কৰোতে অলপ অসাধাৰণৰ ছাঁ পেলাব লগীয়া হৈছে।



উপন্যাসবিলাক সাধাৰণতে তিনি-ধৰণেৰে প্ৰকাশ কৰিব পাৰি। প্ৰথমতে উপখ্যান। ইয়াত লিখকে নিজক বাহিৰত থৈ সাধুকথাৰ দৰে সহজ সুৱলা ভাষাৰে ঘটনাটো বৰ্ণাই যায়। ইয়াত বেলেগ বেলেগ চৰিত্ৰৰ সৃষ্টি বা মনোভাৱ বিশ্লেষণ ঠাই নাই। ঘটনা প্ৰকাশৰ বাবে যি কেইটা চৰিত্ৰৰ প্ৰয়োজন সেয়ে তেওঁৰ পক্ষে যথেষ্ট; তাৰ বাহিৰে আনফালে মন দিবৰ তেওঁৰ সময়ো নাই আৰু সকামো নাই। লিখকে আৰু তাৰ পাচে পাচে পাঠকেও ঘটনাবোৰ অনুসৰণ কৰি মাথোন গৈ থাকে। অসমীয়া উপান্যাস প্ৰায় খিনিয়েই এই শ্ৰেণীৰ ভিতৰতে পৰে। দ্বিতীয় বিধ হৈছে আত্ম জীৱনী মূলক। ইয়াত লিখকে নিজক নায়ক বা নায়িকাৰ লগত মিলাই দি কল্পনা প্ৰসূত কাহিনী-বোৰ আত্ম-জীৱনীৰ দৰে বৰ্ণনা কৰে। লিখকে সাধাৰণতে ইয়াক উত্তম পুৰুষত লিখে আৰু আন আন ৰচনাভঙ্গীৰ কৌশলেৰে আন আন পাৰিপাৰ্শ্বিক চৰিত্ৰবিলাকৰ মনোভাৱবিলাক বিশ্লেষণ কৰি দেখুৱাই যায়। ইংৰাজী ভাষাত *Robinson Crusoe, Vikar of wake-field, David Copperfield* ধৰণৰ উপন্যাসবিলাক এই শ্ৰেণীত তৃতীয় বিধ হৈছে চিঠি পত্ৰ দলিল ইত্যাদিয়ে কাৰ্য্য কৌশলবোৰ প্ৰকাশ কৰে। এই চিঠিপত্ৰ বিলাকৰ দ্বাৰা চৰিত্ৰবিলাকে নিজ নিজ ভাব ব্যক্ত কৰে। ইয়াৰ চৰিত্ৰবিলাকৰ কামবোৰ বেচি ৰকমে প্ৰকাশ নাপায়। সমসাময়িক ঘটনাৰ আলোচনা এনে বিধ সাহিত্যত বিশেষ উপযোগী আৰু বেচি ৰকমে উপাদেয় হয়। ইংৰাজী সাহিত্যত এনেকুৱা কেবাখনো আছে আৰু বৰ্তমান যুগৰ *detective fiction* বিলাকত এনেধৰণৰ প্ৰচলন দেখা যায়। ইয়াৰ পত্ৰাদিৰ সহায়ত পাঠকে ঘটনাৰ গুংসূত্ৰৰ উহ বিচাৰি গৈ থাকে।

বহুত সমালোচকে সামাজিক উপন্যাসৰ আগতে বুৰঞ্জীমূলক উপন্যাসৰ সৃষ্টি হৈছিল বুলি মত প্ৰকাশ কৰে। প্ৰাচীন সাহিত্যত যেনেকৈ দেৱ-দেৱীৰ আলম লৈ উপন্যাস ৰচিত হৈছিল তেনেকৈয়ে বুৰঞ্জীৰ দুটা চাৰিটা ঘটনা লৈ কল্পনাৰ ৰহন সানি এবিধ কথা-

সাহিত্যৰ সৃষ্টি কৰিছিল। ইয়াত সত্য আৰু কল্পনাৰ, সাধাৰণ আৰু অসাধাৰণৰ অদ্ভুত সংমিশ্রণৰ ফলত বাস্তৱ জীৱনৰ লগত যোগাযোগ ইমান কম যে ইয়াক বুৰঞ্জীও বুলিব নোৱাৰি। উপন্যাসো বুলিব নোৱাৰি। বুৰঞ্জীৰ প্ৰকৃত ঘটনাৰ বহুল ক্ষেত্ৰৰ মাজতো মানুহে একো একো একোখনি কল্পনাময় অবাস্তৱ ৰাজ্য সৃষ্টি কৰি তাত মুকলি মনেৰে ঘূৰি ফুৰিছিল আৰু তাৰ ফলত পোনতে এনেবিধ সাহিত্যৰ জন্ম হৈছিল। ইয়াকেই বুৰঞ্জীমূলক উপন্যাসৰ সূত্ৰপাত বুলি ধৰিব পাৰি। তেতিয়ালৈকে বাস্তৱৰ সূক্ষ্ম পৰ্য্যবেক্ষণৰ শক্তি উপন্যাস ৰচনাত বিকাশ হোৱা নাছিল। আমাৰ নিজা সাহিত্যত বুৰঞ্জীমূলক উপন্যাস হোৱাৰ আৰু এটা কাৰণ আছে। "জোনাকী" যুগৰ লিখক সকলে যেতিয়া উপন্যাসৰ ফালে মন মেলিলে তেতিয়া ওচৰৰ বঙ্গ সাহিত্যত উপন্যাস—ঐতিহাসিক আৰু সামাজিক—বহুত আগবাঢ়ি গ'ল। তেওঁলোকবো এই উপন্যাসবিলাক বিশেষকৈ বুৰঞ্জী-মূলক, ইংৰাজীৰ আদৰ্শত ৰচিত আৰু তাৰ প্ৰভাৱেৰে কম বেচি ৰকমে প্ৰভাৱান্বিত হৈছিল, আমাৰ লিখকসকলে তেতিয়া আমাৰ সমাজৰ ফালে চকু দি দেখিলে যে ৰাজনৈতিক পৰিবৰ্তনৰ ফলত আমাৰ সমাজ জুৰুলা-জুপুৰা, পঁয়ালগা আৰু কথমপি থৰকৃবৰককৈ উঠিব পৰা। কাজে কাজে আমাৰ সমাজক তেওঁলোকে উপন্যাসৰ উপযুক্ত ক্ষেত্ৰ বুলি বিবেচনা নকৰিলে। ইফালে আমাৰ উপন্যাস লিখিবৰ উপযোগী বিস্তৰ ঐতিহাসিক ঘটনা পৰি আছে। সেইদেখি তেওঁলোকে ইংৰাজী উপন্যাস লিখক *Scott* আৰু বঙ্গদেশৰ বঙ্কিম আৰু ৰমেশচন্দ্ৰৰ আৰ্হিত যথাসম্ভৱ অসমীয়া ঠাচেৰে উপন্যাস ৰচনাত লাগি গ'ল। ফলত সাহিত্যৰথী ৺বেজবৰুৱা ডাঙৰীয়াৰ "পদুম কুৱৰী", গোহাঞি বৰুৱাৰ "লাহৰী", "ভানুমতী", স্বৰ্গীয় বৰদলৈ ডাঙৰীয়াৰ উপন্যাসৰাজি আমাৰ ভাষাত প্ৰকাশ হ'ল। স্বৰ্গীয় বৰদলৈ ডাঙৰীয়াই আমাৰ ভাষাত কেবাখনো বুৰঞ্জীমূলক উপন্যাস দি থৈ



গৈছে। কবলৈ বেজাৰ লাগে তাৰ পাচত আৰু তেনে উপন্যাস সৰহকৈ আমাৰ ভাষাত দেখা নগল।

দুটা এটা বুৰঞ্জীৰ ঘটনাৰ বা ৰজাৰ নাম দি অপ্ৰাসঙ্গিক বৰ্ণনাৰে বুৰঞ্জীক বাস্তৱৰ কঠোৰ সত্যৰ পৰা মুকলি কৰাৰ উপায় স্বৰূপে ব্যৱহাৰ কৰি উপন্যাস লিখিলেই সি বুৰঞ্জীমূলক উপন্যাস নহয়। ইয়াৰ আদৰ্শ বৰ ওখ। বুৰঞ্জীৰ ঘটনাবহুল ক্ষেত্ৰত মাৰ্জিত আমাৰ সৰুসুৰা সাংসাৰিক জীৱনৰ চিত্ৰ আঁকি তাৰ দৈনন্দিন ঘটনাৰে সৈতে বুৰঞ্জীৰ ঘটনাৰ লগত যোগাযোগ আৰু সম্বন্ধটো স্পষ্ট কৰি দেখুৱাব লাগিব। বুৰঞ্জীৰ বিচিত্ৰ ঘটনাৱলী আৰু তাৰ ফলাফলৰ বহনত আমাৰ দৈনিক জীৱনৰ সাধাৰণ কাৰ্য্যকলাপবোৰ উজলাই তুলি কল্পনাক বাস্তৱৰ কঠোৰ বান্ধোনেৰে সংযত কৰি সীমাৰ ভিতৰত ৰাখি দুয়োৰো মিলন সম্পূৰ্ণ আৰু অন্তৰঙ্গ কৰি তুলিব লাগিব। বুৰঞ্জীমূলক উপন্যাসত মূল সত্যক নিখুঁত ৰাখি লিখকে সৰু-সুৰা ঘটনাবোৰত যথেষ্ট ৰকমে কল্পনাৰ সহায় লব পাৰে। বুৰঞ্জীত য'ত পৰম্পৰৰ কাৰ্য্য কাৰণ ভালকৈ প্ৰকাশ পোৱা নাই, তাত লিখকে কল্পনাৰ সহায়েৰে সৰু-সুৰা ঘটনা সৃষ্টি কৰি সিহঁতৰ পৰম্পৰৰ সম্বন্ধ ফটফটীয়াকৈ দেখুৱাব পাৰে। অকস্মাতে ঘটা ঘটনাবিলাকক মানৱ চৰিত্ৰৰ বিশিষ্টতাৰে সৈতে লগ লগাই জিলিকাব পাৰে। বুৰঞ্জীত সিচঁৰিত হৈ থকা ঘটনাবিলাক গোটেই ঐক্য সাধন কৰি উপন্যাসত একো একোটি নাটকীয় বহন দিব পাৰে আৰু একোটা ঘটনাৰে দুটা বা তাতোকৈ বেচি বিবৰণ পোৱা গলে তেওঁৰ উদ্দেশ্য সুবিধানুযায়ী এটাক বাছি লব পাৰে। এইবিলাক লিখকৰ ন্যায়সঙ্গত অধিকাৰ। বুৰঞ্জীৰ সত্যবিলাকক অটুট ৰাখি লিখকক সৰু-সুৰা ঘটনাবোৰত যথেষ্ট স্বাধীনতা নিদিলে বুৰঞ্জী আৰু বুৰঞ্জীমূলক উপন্যাসৰ কোনো প্ৰভেদ নাথাকে। দৰাচলতে কবলৈ গলে বুৰঞ্জীৰ বিশাল ঘটনাৰ লগত সাধাৰণ জীৱনৰ যি অন্তৰঙ্গ যোগাযোগ সেয়ে বুৰঞ্জীমূলক

উপন্যাসৰ প্ৰধান লক্ষণ। লগে লগে এইটো মনত ৰাখিব লাগিব যে উপন্যাস বুৰঞ্জী নহয় আৰু বুৰঞ্জীও উপন্যাস নহয়।

সামাজিক উপন্যাসবিলাকত আমি সাধাৰণতে সমাজৰ, গাঁৱৰ বা পাৰিবাৰিক জীৱনৰ এটি নিখুঁত সুন্দৰ ৰসময় সহানুভূতিমূলক চিত্ৰ পাওঁ। সাধাৰণ সৰল জীৱনৰ বৰ্ণনাতো যে কিবা এটা ৰস থাকিব পাৰে বা কোনো বিশেষ সৃজনি শক্তি বিকাশৰো আৱশ্যক হয়, প্ৰথমতে তাক বুজিব নোৱাৰি, কাৰণ গোটেইবোৰেই যেন হুবহু গাৱঁলীয়া জীৱনৰ এখন অবিকল ছবিৰ দৰে লাগে। অষ্টাদশ শতাব্দীৰ শেষ ভাগত ইংলণ্ডত *Jane Austen* নামেৰে এগৰাকী মহিলা উপন্যাস লেখিকাই চাহখোৱা মেল আৰু আন আন ঘৰুৱা কথাৰ বিৱৰণৰ মাজেদি গাঁৱলীয়া জীৱনৰ এটি নিখুঁত ছবি তেওঁৰ কিতাপবোৰত দিছে, আৰু তাত ইমান সাৱধানেৰে একো একোটি সূক্ষ্ম সামাজিক পৰ্য্যবেক্ষণ আৰু বিশ্লেষণ দি গৈছে যে পোন প্ৰথমে দেখিয়ে তাত একো কলাকৌশল নথকাৰ দৰে লাগে।

মাথোন পৰ্য্যবেক্ষণ শক্তি থাকিলে তেনে এটা বিৱৰণ দিব পাৰিব বুলি মনত খেলায়। কিন্তু এই ধাৰণা একেবাৰে ভুল। কাৰণ সাধাৰণ ঘটনাৰ পৰা এনে সুন্দৰ অন্তৰ চুই যোৱা উপন্যাস লিখিবলৈ হলে বিশেষ ওখ ধৰণৰ কলাকৌশল আৱশ্যক। বহুতে ভাবে যে সামাজিক উপন্যাসত কল্পনাৰ ঠাই নাই। কিন্তু এই কথা আচলতে ঠিক নহয়। ইয়াত কল্পনাৰ যথেষ্ট প্ৰসাৰ আছে, মাথোন এই কল্পনা বাস্তৱতাৰ চাৰিও বেঢ়ৰ ভিতৰত আৰু ইয়াক এৰি ওপৰলৈ উঠিব নোৱাৰে। সামাজিক উপন্যাসেই বাস্তৱতাৰ ভেঁটিত ওপৰত কল্পনাৰ সহায়ত উচ্চতম্ কলাকৌশল দেখুৱাৰ আচল ঠাই। ইয়াত লিখকৰ নানা বিষয়ৰ অৱতাৰণা কৰা যথেষ্ট সংযোগ আছে, যেনে সমাজৰ মঙ্গল কৰা, সমাজৰ বেয়া গুণবোৰ দূৰ কৰিবৰ চেষ্টা, সমাজৰ আগত এটি ওখ আদৰ্শ দাঙি ধৰা ইত্যাদি সকলো ৰকমৰ সুবিধা ইয়াত খুব বেছি পৰিমাণে পোৱা যায়। যি সমাজৰ সম্বন্ধে



লিখা যায় সেই সমাজতে ডাঙৰ দীঘল হৈ তাৰ আঁতিগুৰি সম্বন্ধে ভাল জ্ঞান থাকিব লাগিব। তাৰ সাধাৰণ মানুহৰ লগত সহৃদয়তা নাথাকিলে তেওঁলোকে অন্তৰেৰে ভাল নাপালে তেওঁলোকৰ কাৰ্য্য-কলাপত সম্পূৰ্ণ সহানুভূতি নাথাকিলে সেই সমাজৰ নিখুঁত চিত্ৰ আঁকিব নোৱাৰে। তাত বাস্তৱতাৰ লগত অলপ সম্বন্ধ থাকিলেও সি শুকান আৰু নিৰস তাত সাধাৰণ দৈনিক জীৱনৰ সুখ-দুখ হঁহা-কন্দাৰ ছবি সম্পূৰ্ণভাৱে প্ৰতিফলিত নহয়। দুখীয়াৰ লগত এনে সম্যক ভাৱৰ পৰিচয় থকাৰ কাৰণেই *Dickens* এ তেওঁৰ উপন্যাস বিলাকত সেই মানুহবিলাকৰ জীৱনধাৰাৰ এটি নিখুঁত ছবি প্ৰকাশ কৰিব পাৰিছে আৰু ঠিক তেনে কাৰণেই *Thackeray* এ ইংলণ্ডৰ উচ্চ শ্ৰেণীৰ এটি সম্পুৰ্ণ সৰল বৰ্ণনা দি যাব পাৰিছে।

আধুনিক উপন্যাস লিখক সকলে তেওঁলোকৰ ৰচনাত ঘটনা বাহুল্য কমাই মানুহৰ আত্মবিশ্লেষণৰ বিশেষ সুবিধা দি উপন্যাসৰ বহিৰ্মুখী ধাৰাক অন্তৰ্মুখী কৰিবলৈ চেষ্টা কৰিছে মানুহৰ ওপৰত বহিৰ্জগতৰ ঘটনাৰ প্ৰভাৱ কমাই, তেওঁলোকৰ মনৰ স্বাধীনতা বঢ়াই দি চিন্তা আৰু আত্মবিশ্লেষণৰ বেচি সুযোগ দিছে। বহিৰ্জগতৰ লগত মানুহৰ বেচি ৰকম সম্বন্ধ থকাৰ কাৰণেই তেওঁলোকৰ মনৰ প্ৰবল প্ৰেৰণাবিলাক তাৰ পৰাই আহি তেওঁলোকৰ কাৰ্য্যকলাপৰ ওপৰত প্ৰভাৱ বিস্তাৰ কৰেহি আৰু সেই কাৰণে তাৰ লগত সম্বন্ধ একেবাৰে ছিঙিব নোৱাৰিলেও এই প্ৰভাৱ বিলাকৰ এটা সীমা এই লিখকসকলে নিৰ্দেশ কৰি দিবলৈ চেষ্টা কৰিছে। ইয়াৰ ফলত আজিকালি সাহিত্যৰ মাজত বহুত মনস্তত্বমূলক উপন্যাসে দেখা দিছে। ইয়াত লিখকে ঘটনা বাহুল্য কমাই মানুহক প্ৰধান আসন দি তেওঁলোকৰ ভাৱধাৰা সূক্ষ্ম আৰু ব্যাপকভাৱে আলোচনা কৰিবলৈ বিচাৰে। আৰু সৰু-সুৰা সাধাৰণ ঘটনাৰ জালেৰে মানুহক পাকে পাকে বান্ধি চিন্তা আৰু ভাৱধাৰাৰ বিশ্লেষণৰ সুযোগ বা সময় দিয়ে।

১৯১৪ চনৰ মহাযুদ্ধৰ ফলত মানুহৰ মনত এটা ভীষণ অৱসাদ

আহিল—তেওঁলোকৰ অন্তৰৰ মাজত লুকাই থকা সত্যসুন্দৰৰ আদৰ্শ ভাগি-ছিগি ঠান্‌বান হ'ল। ধৰ্মৰ লগত বিজ্ঞানৰ বিৰোধ হোৱাত মানুহৰ মনৰ প্ৰাচীন ধৰ্ম বিশ্বাস বহুত পৰিমাণে কমি আহিল, লগেলগে আচাৰ ব্যৱহাৰৰো বহুত পৰিবৰ্ত্তন হল। নতুনে পুৰণিৰ বিৰুদ্ধে যুদ্ধ ঘোষণা কৰি সেই যুগৰ চালে চকুৰোৱা মনোমোহা মহান আদৰ্শৰ সুন্দৰ স্মৃতিৰ কাৰেংবিলাক ভাঙিবলৈ যত্নবান হ'ল আৰু লগে লগে যুদ্ধক্ষেত্ৰৰ শ্মশানৰ দৰে মানুহৰ ভাৱৰাজ্যতো চিতা জুই জ্বলি উঠিল। চাৰিওফালে এটা বিদ্ৰোহ আৰু বিৰোধৰ ভাবে দেখা দিলে। পদ্যই আৰু ছন্দৰ বান্ধোনত থাকিবলৈ ইচ্ছা নকৰিলে। ফলত *Free verse* উৎপত্তি হ'ল। উপন্যাসত নানা সামাজিক সমস্যাৰ আবিৰ্ভাব হ'ল আৰু লগে লগে বিশদভাবে তাৰ বিশ্লেষণ আৰু আলোচনা চলাবলৈ ধৰিলে। সাধাৰণ মানুহৰ বাহিৰা জীৱনক তাৰ সুখ দুখতেই সীমাবদ্ধ নকৰি তাৰ এতিয়ালৈকে অজ্ঞাত বা মগ্ন চৈতন্যত ( *Sub-conscious state* ) লুকাই থকা ভাৱ ৰাশি প্ৰকাশ কৰিবৰ আগ্ৰহ বেছি হবলৈ ধৰিলে। মানুহৰ বাহিৰা সুখ-দুখৰ পৰা তেওঁলোকৰ অন্তৰৰ আনন্দ, বেথা, আত্মাৰ ৰহস্যৰ ফালে বৰ্ত্তমান যুগৰ উপন্যাস লিখকসকলৰ আগ্ৰহ বাঢ়িবলৈ ধৰিছে। তেওঁলোকে উপন্যাসক আগৰদৰে ঘটনাৰ মাজত বিশেষ ৰকমে আৱদ্ধ নাৰাখি জীৱনৰ একো একোটি সমস্যা পূৰণত বা বিশিষ্ট ভাৱধাৰাৰ অৱতাৰণাত নিয়োগ কৰিছে।

*Bajer, Knut Hamsen Romain Rolland, Hans Fallada*—আদি বহু বিখ্যাত *Continental* উপন্যাসক সকলে একো একোটি বিশ্বজনীন জীৱন সমস্যা বা কোনো এটা বিশিষ্ট ভাৱধাৰা লৈয়ে একো একোখনি ডাঙৰ উপন্যাস প্ৰকাশ কৰি বিশ্ব-সাহিত্যৰ মাজত একোখনি বিশিষ্ট ঠাই অধিকাৰ কৰি গৈছে। *Tolstoy, Dastoyevsky, Fehekoff, Gorkey* আদি ৰুচীয় লিখক সকলে তেওঁলোকৰ ৰচনাৰ মাজেদি এনে এটি সাৰ্বজনীন কৰুণ



মৰ্ম্মস্পৰ্শী ভাৱধাৰা বোৱাই গৈছে যে বহুত সমালোচকে এওঁলোককেই মনস্তত্ত্বমূলক উপন্যাসত শ্ৰেষ্ঠ আসন দান কৰিছে।

এই দৰেই উপন্যাসে মানুহৰ ভাৱধাৰাৰ পৰিবৰ্ত্তনৰ লগে লগে উদ্ভৱ হোৱা নতুন নতুন সমস্যাবিলাক সমাধানৰ চেষ্টা কৰি সাহিত্যক নতুন ৰূপেৰে সজাই জগতত নতুন বাতৰি প্ৰকাশ কৰিছে। সময়ৰ সোঁতত পৰি আজিৰ নতুনে কালিলৈ পুৰণিৰ ৰূপ ধৰি আৰু তাৰ ঠাইত আহি হয়তো আনে নতুন আসন জুৰি বহিব। জগতৰ এই সোঁতৰ লগে লগে সমাজৰ চিন্তা ভাৱধাৰা পৰিবৰ্তন হৈ থাকিব আৰু সাহিত্যয়ো এই পৰিবৰ্তনৰ নতুন বাতৰিৰূপে প্ৰচাৰ কৰি মানুহৰ মনত যুগে যুগে নতুন আনন্দ যোগাব। সাহিত্যত ভাৱধাৰা পৰিবৰ্ত্তনক কোনেও বলেৰে আগবঢ়াবও নোৱাৰে বা হেচাঁ মাৰি একে ঠাইতে ৰখাবও নোৱাৰে। সমাজৰ পৰিবৰ্তনৰ লগে লগে ই আপোনা আপুনি আগবাঢ়ি গৈ থাকিব।

উপন্যাসত কল্পনাৰ সহায়ত বাস্তৱতাৰ এটি চিত্ৰ দেখুৱাবৰ চেষ্টা কৰা হয়। যি সময়ৰ যি সমজাত ইয়াৰ সৃষ্টি হয় সেই সময়ৰ সমাজৰ ছাঁ ইয়াৰ ওপৰত পৰিব, নহলে বাস্তৱতাৰ লগত ইয়াৰ যোগাযোগ থকাৰ সম্ভৱ নাই আৰু সেই ৰচনাত বিফল হব। পোনতেই সমাজৰ নৰ-নাৰীৰ প্ৰেমৰ কাহিনী লৈয়ে ইয়াক লিখা হৈছিল, প্ৰাচীন সাহিত্যত যি দেৱ দেৱীৰ প্ৰেমৰ কাহিনী পোৱা যায় সেয়ে আহি উপন্যাসৰ যুগৰ সাধাৰণ নাৰ-নাৰীৰ ওপৰত পৰা নাই। বৰ্তমানৰ যুগত এই প্ৰেমৰ কাহিনীকে নানা বিশ্লেণৰ ৰহনেৰে বোলাই তাৰ এটা নতুন ৰূপ দিয়া হয়, আৰু বহুত ক্ষেত্ৰত বিশিষ্ট ভাৱধাৰাৰ অৱতাৰণাই ইয়াক প্ৰায়েই আবৰি থাকে। য়ুৰোপীয় সভ্যতাৰ ধাৰাৰ লগত বিভিন্ন হোৱাত আমাৰ সমাজৰ লৈতে সেই সমাজৰ বিস্তাৰ প্ৰভেদ। কাজে কাজেই সেই সমাজৰ প্ৰেমৰ বিচিত্ৰ ধাৰাৰ লৈতে আমাৰ সমাজৰ প্ৰেমৰ ধাৰাৰ মিল নাই। সেই সেই সমাজৰ প্ৰেমৰ ৰীতিৰ অনুকৰণ কৰি আমাৰ সমাজৰ উপন্যাস লিখিবলৈ গলে সি

যান্ত্ৰিকতাৰ পৰা বহুত আঁতৰি আমাৰ সমাজৰ ৰীতিৰ লগত খাপে-খাপে খাই নপৰিব। মানুহৰ অন্তৰত প্ৰেমৰ স্বাভাৱিক বিকাশ মূলতঃ জগতৰ সকলো জাতিৰ লগত একে হলেও সভ্যতাৰ ধাৰা অনুসৰি ইয়াৰ ৰীতিৰ বেলেগ বেলেগ জাতিত বেলেগ হৈ পৰে। বুৰঞ্জী আৰু উপন্যাস যেনেকৈ একে নহয়, তেনেকৈয়ে বিজ্ঞান আৰু উপন্যাসো একে নহয়। বিজ্ঞানে তথ্য অনুসন্ধানৰ পাপে পাছে পাছে পোহৰ নপৰা আন্ধাৰ ৰহস্যময় গুহালৈকো নামি যাব পাৰে, কিন্তু সূৰ্য্যৰ কিৰণেৰে উজলোৱা মুকলি আকাশৰ তলত স্বাধীন ইচ্ছা আৰু প্ৰবৃত্তিৰ মুক্ত বিকাশেই উপন্যাস লিখকৰ ৰাজ্যৰ শেষ সীমা। মানৱ প্ৰকৃতিৰ যি শিপাই আন্ধাৰত নিজক লুকাই থয় আৰু যি ফুলে পোহৰ বতাহৰ মাজত নিজৰ সৌন্দৰ্য্য আৰু গোন্ধৰ সঁফুৰা মুকলি কৰি দিয়ে—ইয়াৰ দুয়োৰে ভিতৰত কোনটো বেচি লোভনীয় তাক উপন্যাস লিখকে বোধহয় বুজিবৰ বাকী নেথাকে। সাহিত্যৰ কামেই হৈছে ৰস সৃষ্টি, মানুহৰ মনত আনন্দ দিয়া। প্ৰকৃত সাহিত্যই জগতত এনে এটি চিৰন্তন দি থৈ যায় যে কালৰ প্ৰভাৱেও তাক ম্লান কৰিব নোৱাৰে। সেই সত্যই অতীতত মানুহক যেনে আনন্দ দিছিল, বৰ্তমানতো যেনেকৈ দিয়ে, ভৱিষ্যতো ঠিক তেনেকৈয়ে দিব।

উপন্যাস সমাজৰ দাপোন স্বৰূপ। সমাজৰ আচাৰ-ব্যৱহাৰ ৰীতিনীতি চিন্তাধাৰা সকলো খিনিয়ে কল্পনাৰ সহায়ত ইয়াত বিশদভাৱে প্ৰতিফলিত হয়। ইয়াৰ ঘটনা বৈচিত্ৰই ভাবৰ সূক্ষ্ম বিশ্লেষণ, জীৱনৰ ধাৰণৰ ব্যাপক বৰ্ণনাই, উচ্চতম আদৰ্শৰ বিকাশে মানুহৰ মনত এনে তৃপ্তি দি সৌন্দৰ্য্যৰ দুৱাৰ মুকলি কৰি দিয়ে যি সাহিত্যৰ আন কোনো বিভাগেই আমাক দিব নোৱাৰে। ইয়াৰ চৰিত্ৰৰ সৰল সহানুভূতিয়ে অন্তৰৰ গভীৰ প্ৰেৰণাই এটি সহজ সত্য আগত তুলি ধৰি আমাৰ বাস্তৱ জীৱনৰ শূন্যতা পূৰ্ণ কৰি এটি অভিনৱ ৰসৰ সোৱাদ দি আমাৰ মন অনিৰ্ব্বচনীয় আনন্দেৰে বুৰাই দি যায়।

* কলিকতা এ. এচ. এল. ক্লাবৰ দ্বাৰা প্ৰকাশিত "সাহিত্য আৰু সমালোচনাৰ" পৰা উৰ্দ্ধৃত



—গ্ৰন্থপঞ্জী—

১। বনফুলৰ কবি দুৱৰা—নন্দ তালুকদাৰ
২। দুৱৰাৰ কাব্য প্ৰতিভা—ৰংপুৰ সাহিত্য সভা
৩। অসমীয়া ভাষাৰ ওজা হেমচন্দ্ৰ বৰুৱা—অধ্যাপক শ্ৰীযতীন্দ্ৰনাথ গোস্বামী
৪। বিজ্ঞান স্নাতকৰ কথা নিবন্ধ
৫। অসমীয়া সাহিত্যৰ ইতিবৃত্ত যতীন্দ্ৰনাথ দুৱৰা
৬। কবি আৰু কবি প্ৰতিভা—সম্পদনা ড° লীলা গগৈ, ড° নমিতা ডেকা
৭। যতীন্দ্ৰনাথ দুৱৰা—ড° নমিতা ডেকা
৮। ওমৰ খয়াম —প্ৰদীপ শইকীয়া
৯। ওমৰ-তীৰ্থ
১০। মিলনৰ সুৰ
১১। আপোন সুৰ
১২। বনফুল
১৩। মৰমৰ সুৰ
১৪। কথা-কবিতা
১৫। অসম সাহিত্য সভাৰ সুবচনী—চন্দ্ৰকান্ত সন্দিকৈ ভৱন, যোৰহাট
১৬। ইংৰাজ ৰমন্যাসিক কবিৰ কাব্য-প্ৰতিভা—বীৰেন বৰকটকী
১৭। জাপানী কবিতা—নীলমণি ফুকন
১৮। *C., Rickett—A History of Engilsh Literature*
১৯। ইংৰাজী সাহিত্যৰ চমু বুৰঞ্জী—কুতুবুদ্দিন আহমেদ
২০। সংগীত-কোষ—সংগীতাচাৰ্য লক্ষীৰাম বৰুৱা

